# খটাসুৰ বধ আৰু জঙ্ঘাসুৰ বধ

ৰচক

মহাকবি ৰামসৰস্বতী

সম্পাদক

শ্ৰীহৰি নাৰায়ণ দত্তবৰুৱা

মূল্য—১৷৹ টাকা।

[গৌহাটী বিশ্ববিদ্যালয় কৰ্তৃক পাঠ্যৰূপে মনোনীত।]

# খটাসুৰ বধ

মহাকবি ৰাম সৰস্বতী
ভণিত

সম্পাদক
শ্ৰীহৰিনাৰায়ণ দত্তবৰুৱা সাহিত্যৰত্ন
নলবাৰী

মূল্য বাৰ অনা।

DISTRICT LIBRARY.
TEZPUR

## সম্পাদকৰ নিবেদন

গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰাচীন মহাকবিৰ "বধকাব্য" কেইখন পাঠ্যতালিকাভুক্ত কৰা দেখি আমি যথাসাধ্যে পাঠ মিলাই আৰু কঠিন শব্দৰ অৰ্থ দি প্ৰকাশ কৰিলোঁ।

আমাৰ প্ৰিয়বন্ধু উদ্যোগী শিক্ষাবিদ্ ডাঃ বিৰিঞ্চিকুমাৰ বৰুৱা ডাঙৰীয়াই "বধকাব্য"ৰ সুচিন্তিত পাতনিখনি ইয়াত যোগ কৰিবলৈ দিয়া বাবে তেখেতক ধন্যবাদ জনালোঁ।

আমাৰ ছাত্ৰ আৰু জনসাধাৰণৰ হিয়াত এইবোৰ সাহিত্যই প্ৰাচীন সাহিত্যৰ প্ৰতি বিশেষ অনুৰাগ জন্মাব বুলিও লগতে আশা কৰিলোঁ।

বিনীত

শ্ৰীহৰিনাৰায়ণ দত্তবৰুৱা

৮।৪।৪৯

... LIBRARY.
TEZPUR

# বধকাব্য

শঙ্কৰদেৱ আৰু মাধৱদেৱৰ সমসাময়িক যিসকল বৈষ্ণৱ কবিয়ে অপূৰ্ব্ব সাহিত্য ৰচনা কৰি গৈছে তাৰ ভিতৰত ৰাম সৰস্বতী অগ্ৰগণী। নৰনাৰায়ণ নৃপতিৰ নিৰ্দ্দেশত ৰাম সৰস্বতায়ে বিশাল মহাভাৰত কাব্য অসমীয়াত অনূদিত কৰিবলৈ লৈছিল। 'কুলাচল বধ' কাব্যত তেওঁ এই সম্পৰ্কে লিখিছে—

"· ··· নৰনাৰায়ণ নৃপতিত শ্ৰেষ্ঠতৰ।
আমাক আনিয়া, আজ্ঞা কৰিলন্ত, পদ কৰা ভাৰতৰ॥
তাহাৰ আজ্ঞাত, আমি বিৰচিলোঁ, চৌবিশ হাজাৰ পদ।
মূল শ্লোক আৰ, ত্ৰিংশ যে হাজাৰ, ব্যাসৰ মুখ নিবন্ধ॥"

নৰনাৰায়ণ ৰজাই কেৱল আজ্ঞা দিয়েই সন্তুষ্ট নাছিল, তেওঁ কবি সৰস্বতীক মূল সংস্কৃত পুথিসমূহো যতনাই দি কাব্য ৰচনাত নানা ভাৱে সহায় কৰিছিল—

"আমাৰ ঘৰত আছে ভাৰত প্ৰশস্ত।
নিয়োক আপোন গৃহে দিলোঁ ইে সমস্ত॥"
এহি বুলি ৰাজা পাছে বলধি যোৰাং।
পাঠাইল পুস্তক সব আমাসাৰ ঠাঞি॥
ধন ৰত্ন অলঙ্কাৰ দিয়া বহুতৰ।
দাস-দাসী দিয়া মান কৰিল বিস্তৰ॥

ৰাম সৰস্বতীয়ে কিমান বিৰাট কাম হাতত লৈছিল সেই কথা বনপৰ্ব্বত উল্লেখ কৰা বচন কেইফাকিয়েই প্ৰমাণ কৰে। তেওঁ লেখিছে—

"বনপৰ্ব্ব কথা, পৰম গহন, পুৰাণ সংহিতা সাৰ।
পঁচিশ হাজাৰ, টীকা জানা আৰ, শ্লোক চাব্বিশ হাজাৰ॥

DISTRICT LIBRARY.

অগাধ সাগৰ, দ্বৈপায়নে আৰ, কৰি আছে নিবন্ধন।
কোন শক্তি আক, বিচাৰ কৰিবো, আমাৰ বালক মন ॥
তথাপিতো আৰ, পদ বিৰচিলো, পোন্ধৰ হাজাৰ মান।
আনো কবি সৱে, তিনি সহস্ৰেক, ৰচি আছে বিদ্যমান॥"

যি কোনো কবিৰ পক্ষেই কেৱল মহাভাৰতৰ অনুবাদ কৰিয়েই যশস্বী হোৱা সম্ভৱপৰ। কিন্তু ৰাম সৰস্বতীয়ে মহাভাৰতৰ অনুবাদৰ বাহিৰেও বনপৰ্ব্বৰ অন্তৰ্গত আখ্যান লৈ সৰু বৰ ভালেমান কাব্য ৰচনা কৰি গৈছে। তেওঁৰ অন্যান্য কাব্যৰ ভিতৰত কুলাচল বধ, বঘাসুৰ-বধ, জটাসুৰ-বধ, কুৰ্ম্মৱলী-বধ, খটাসুৰ-বধ, অশ্বকৰ্ণ বধ, জঙ্ঘাসুৰ-বধ আদিয়েই প্ৰধান। পিচৰ চাৰিখন পুথি "মহাভাৰতৰ বনপৰ্ব্বান্তৰ্গত" নাম দি বৰপেটাৰ শ্যামলাল চৌধুৰীয়ে ১৯০০ চনত প্ৰকাশ কৰিছিল। বৰ্ত্তমান সেই পুথি কেইখনি পুৰণি সাহিত্য উদ্ধাৰৰ কাৰণে, জীৱন ব্যাপি লাগি থকা বৈষ্ণৱপ্ৰাণ শ্ৰীযুত হৰিনাৰায়ণ দত্ত বৰুৱাদেৱে ছপা কৰি উলিয়াইছে।

বধকাব্যসমূহ অসমীয়া সাহিত্যত এক অনুপম বস্তু। এই পুথি-সমূহে অসমীয়াৰ আধ্যাত্মিক আৰু সামাজিক জীৱনত বিশেষভাৱে প্ৰভাৱ বিস্তাৰ কৰি আহিছে। এফালে এই পুথিবোৰে যেনেকৈ আমাক সৰ্ব্বভাৰতীয় সংস্কৃতি আৰু আদৰ্শৰ লগত সংযোগ ঘটুৱাইছে, আনফালে এই সাহিত্যৰ পঠন-পাঠনে অসমীয়াৰ সামাজিক জীৱনত, অনাবিল আনন্দৰ সমল যোগাইছে।

বধকাব্যৰ ৰূপক বা দ্ব্যৰ্থ আছে বুলি ডাঃ কাকতিয়ে উল্লেখ কৰিছে। পাপক পৰাভৱ কৰি ধৰ্ম্মৰাজ্য সংস্থাপন কৰায়ে এই কাব্য-সমূহৰ উদ্দেশ্য। কৃষ্ণমহিমা প্ৰকাশ, ভক্তৰ গৌৰৱ ঘোষণা, দুষ্টক দমন সন্তক পালন, এনেবোৰ বৈষ্ণৱ আদৰ্শ জনসাধাৰণৰ মাজত ডাঙি ধৰায়ে

কাব্যৰ প্ৰধান উদ্দেশ্য। প্ৰত্যেকখনি কাব্যতে অপৰাজেয় অসুৰৰ হাতত ভক্তৰ জীৱন কেনে ভাৱে বিপন্ন হৈছিল, ভগবানে সন্ধিক্ষণত কেনেকৈ ভক্তক উদ্ধাৰ কৰিছিল তাক বৰ্ণোৱা হৈছে। "জঙ্ঘাসুৰ-বধ"ত আছে:—

"বীৰৰ উপৰি বীৰ কালৰ যে কাল।
সত্বৰে হৰিক ভজা এৰি আল জাল॥
যিটো জঙ্ঘাসুৰ বীৰ ত্ৰৈলোক্য বিজয়।
তাহাক পাণ্ডৱে কিনো বধিতে পাৰয়॥
পৰম ভকত তাৰা পঞ্চ যে পাণ্ডৱ।
ভকতৰ মহিমাক বঢ়াৱন্ত মাধৱ॥
তাৰ সংহাৰিলা আসি হৈয়া অৱতাৰ।
এতেকে ভক্তৰ যশ কৰিলা প্ৰচাৰ॥"

ভক্তিধৰ্ম্ম প্ৰচাৰেই কাব্যৰ মূল প্ৰেৰণা। কবিয়ে এই কথা কেৱল ভক্তৰ কাৰ্য্য-কলাপৰ মাজেদিয়েই ফুটাই তোলা নাই;—বৈৰীসকলৰ মুখেদিও সেই বাণী প্ৰচাৰ কৰিছে। শিৱ-ব্ৰহ্মা আদি সকলো দেৱতাৰ ভিতৰত বিষ্ণু বা কৃষ্ণয়েই যে শ্ৰেষ্ঠ—সেই কথাও প্ৰতীয়মান হৈছে। ব্ৰহ্মাৰ বৰ পায়ো অপৰিমিত শক্তিশালী খটাসুৰ বীৰৰ দ্ৰৌপদীৰ হাতত অবাঞ্ছনীয় ভাবে মৃত্যু মিলিছে—

"অসুৰ বধিতে দেবীৰ ভৈলা মন।
... ... ... ... ... ...
দক্ষিণ হাতৰ পৰা খসাইলা কঙ্কণ।
... ... ... ... ... ...
মাধৱক স্মৰিয়া মাৰিলা লক্ষ্য কৰি।
কাটিলেক মাথা তাৰ পড়িল বাগৰি॥

গল ছেদি অসুৰৰ তেখনে কষ্টণ।
যাজ্ঞসেনী সমীপত ভৈলা উপসন॥
পৰ্ব্বত সমান ধলি পড়িল অসুৰ।
টিল মল কৰি মহী লৰে কত দূৰ॥"

ধৰ্ম্ম প্ৰচাৰৰ উদ্দেশ্যে ৰচিত হলেও বধ-কাব্যসমূহ সাহিত্যিক গুণৰাজি বিবৰ্জ্জিত নহয়। বৰঞ্চ ভক্তি ৰসক মিহলি হৈ মধু-দধি যেন কাব্য স্বাদ 'অতিশয় মিলিছে'। অন্যান্য বৈষ্ণৱ গ্ৰন্থৰ দৰে, এই কাব্য-মালাই আধ্যাত্মিক হিত সধাৰ উপৰিও ধীৰ আৰু কল্যাণকৰ আনন্দ দিছে। এই কাব্য সমূহ গণচিত্ত আকৃষ্ট কৰিবৰ কাৰণে যুগুত কৰা হৈছিল। লোকচিত্ত শিশুৰ দৰে সৰল আৰু সহজ-বিশ্বাসী। শিশুৰ মনত প্ৰাকৃতিক, অপ্ৰাকৃতিক, বাস্তৱ কল্পনাৰ প্ৰভেদ নাই; সকলো সমপৰ্য্যায়ৰ। সেই কাৰণেই প্ৰতিথনি কাব্যতে দেৱ-দেৱী, দানৱ মানৱ, পশু-পক্ষীৰ লৌকিক অলৌকিক ঘটনাৱলীৰ অদ্ভুত-আশ্চৰ্য্যৰূপে সমাবেশ ঘটিছে। বিবিধ সৰ্গত সৰু বৰ বহু ঘটনা আৰু অজেয় অসুৰ অথবা অলৌকিক শক্তিসম্পন্ন পুৰুষৰ আখ্যান সিঁচৰতি হৈ আছে। ঘটনাবহুল আৰু চৰিত্ৰসঙ্কুল হোৱা সত্বেও কাব্যৰ আদি, মধ্য আৰু অন্তৰ লগত সংযোগ হেৰোৱা নাই; গোটেই কাব্যতে অখণ্ডতাৰ ৰূপ; সমগ্ৰতাৰ ভাব প্ৰস্ফুটিত হৈছে। কৰ্ম্মফলবিশ্বাসী ভাৰতীয় আদৰ্শত ট্ৰেজেডিৰ স্থান নাই। গতিকে ধৰ্ম্মৰ জয় আৰু অধৰ্ম্মৰ পৰাজয় নীতি ব্যাখ্যা কৰি আনন্দৰ মাজত প্ৰতিথনি কাব্যৰ শুভ সমাপ্তি হৈছে।

কাব্যৰ বিষয় অসুৰ আৰু মানুহৰ মাজত হোৱা সংঘৰ্ষত গঢ়ি উঠিছে। বিশেষকৈ বনবাসী পাণ্ডৱৰ জীৱনত ঘটা অনৰ্থ আৰু বিপদ-ৰাশিৰ ওপৰতে কাব্যৰ আখ্যানে পৰিপুষ্টি লভিছে। কোনো এক দেৱতাৰ অনুগ্ৰহ লভি নতুবা দেৱদত্ত শক্তিৰ বলত দুৰ্ব্বল মানুহৰ

PLEASE HANDLE THE BOOK CAREFULLY.

ওপৰত আসুৰিক অত্যাচাৰ আৰম্ভ হয়; কিন্তু ভক্তৰ সহায় ভগৱান্—

"হৰি ৰক্ষা কৰি ফুৰে সৰ্ব্ব বিপদত।
ধেনু ৰাখি ফুৰে যেন বৎসক স্নেহত ॥"

সঙ্কটৰ সময়ত ভগৱানে উপস্থিত হৈ ছলে-বলে-কৌশলেৰে শত্রুৰ দৰ্প চূৰ্ণ কৰিবলৈ সক্ষম হৈছে। দৈৱ শক্তিৰ সহায় নহলে, আত্ম-শক্তিৰ ওপৰত 'সংসাৰ গহন বন'ত চলা সহজ নহয়। 'হৰিত বিশ্বাস' থাকিলে অলক্ষ্যে থাকিও ভগৱানে সদা সৰ্ব্বদাই ভক্তক পালন কৰে। কিন্তু বধ-কাব্যসমূহত ভক্তৰ ভক্তিৰ মহিমা প্ৰকাশ পালেও দৈব-দুৰ্ব্বিপাকত অথবা অদৃষ্টৰ হেতু অপৰাজেয় অসুৰৰ পতনত সহানুভূতিৰ উদ্ৰেক নোহোৱাকৈ নেথাকে—যদিও অপাত্ৰত কৰুণা নিদৰ্শন সাংস্কৃত আলঙ্কাৰিকসকলৰ মতে নিষেধ।

ডাঃ কাকতিয়ে সমীচীন মন্তব্যকে প্ৰকাশ কৰিছে যে বধকাব্যবোৰৰ প্ৰত্যেক খনেই ৰূপতকৈ আখ্যান হিচাবে বেছি মনোৰম; ঠায়ে ঠায়ে কবিয়ে চৰিত্ৰ অঙ্কনত এনে সূক্ষ্ম তুলিকা স্পৰ্শ দিছে যে বিস্ময় মানিব লাগে। ডাঃ কাকতিয়ে 'অশ্বকৰ্ণ-যুদ্ধ'ৰ পৰা ভীম, অৰ্জ্জুন আৰু হেমা সুন্দৰীৰ চৰিত্ৰ সুন্দৰভাৱে বিশ্লেষণ কৰি এই উক্তিৰ যথাৰ্থতা প্ৰমাণ কৰিছে। এই একে কথাকে অন্যান্য বধ কাব্যৰ বিষয়েও কব পাৰি। কাব্যৰ নায়ক-নায়িকা পৌৰাণিক হলেও গণচিত্ত স্পৰ্শ কৰিবৰ কাৰণে কবিয়ে তেওঁলোকৰ চৰিত্ৰ ভালেখিনি সাধাৰণ মানুহৰ আদৰ্শত গঢ়ি তুলিছে। "কূৰ্ম্মৱলী কাব্য"ৰ কূৰ্ম্মৱলী ৰজাৰ বিধৱা ৰাণী সত্যৱতীৰ শোকৰ বৰ্ণনা ৰাজোচিত আৰু সংযত হোৱা নাই; তাৰ মাজত স্বামী হেৰুৱা আশ্ৰয়হীনা দৰিদ্ৰ বিধৱাৰ বিলাপ-বিননি হে মূৰ্ত্ত হৈ উঠিছে। যথা—

"সত্যৱতী নামে পৰমা সুন্দৰী
নৃপতিৰ পাটেশ্বৰী।

দীৰ্ঘৰাৱে দেৱী কান্দিবে লাগিলা
ৰাজাৰ গুণ সুমৰি ॥
পঞ্চ বৎসৰৰ পৰম সুন্দৰ
উপমাৰ নাহি ঠাই ।
আৰ্ত্তৰাৱে দেৱী কান্দিবে লাগিলা
পুত্ৰৰ মুখক চাই ॥
"হৰি হৰি বাপ প্ৰাণৰ পুতাই
কিমতে দুখ বঞ্চিবি ।
তোৰ সম দুখ ত্ৰিভুবনে নাই
যিমত দুখ লভিবি ॥
ধুলা জাৰি তোক কোনে তুলি লৈবে
কাহাত কৰিবি ৰোষ ।
হাতে তুলি তোক কোনে খুৱাইবে
কৰিবে কোনে সন্তোষ ।"

যুদ্ধ-বিগ্ৰহ সংক্ৰান্ত বিষয়ৰ কাব্য হোৱাত বধ পুথিত বীৰ ৰসৰেই প্ৰাচুৰ্য্য হৈছে। যি কোনো পুথিৰ পৰাই কবিৰ উৎসাহপূৰ্ণ নিপুণ বৰ্ণনাৰ নিদৰ্শন উদ্ধৃত কৰিব পাৰি। ভীষ্ম আৰু কুৰ্ম্মবলীৰ যুদ্ধৰ তলৰ বৰ্ণনাটিয়েই ইয়াৰ প্ৰমাণ দিব—

"হেন দেখি কুৰ্ম্মবলী পৰম ক্ৰোধত ।
ব্ৰহ্মাৰ শকতি পাত জুৰিলা গুণত ॥
প্ৰলয়ৰ বহ্নি যেন শকতি দুৰ্জ্জয় ।
অযুত সূৰ্য্যৰ তেজ প্ৰকাশ কৰয় ॥
শৰৰ প্ৰতাপে সৰ্ব্ব পৃথিবী লৰিলা ।
মন্দৰ গিৰিত যেন ধমক লাগিলা ॥

সকল পৃথিবী নদী নদ ভয় ভৈলা।
আকাশৰ তৰাগণ খসিয়া পৰিলা॥
দেখি দেৱলোকৰ ভৈলেক মহাত্রাস।
কুৰু কুৰ্ম্মটিৰ সবে মনত উল্লাস॥"

বীৰ ৰসৰ বৰ্ণনা বহু সময়ত স্বাভাৱিক গতিত অদ্ভুত বা বিস্ময় ৰূপলৈ ৰূপান্তৰিত হৈছে নাট্যশাস্ত্ৰয়ো কৈছে, "বীৰাচ্চৈবাদ্ভুতোৎপত্তিঃ।"

বৈষ্ণৱ কাব্যসমূহ ঘাইকৈ গীতৰ সুৰত পাঠ কৰি অপঢ়ুৱৈ সমাজত শুনোৱাৰ ৰীতি এতিয়াও চলি আছে। সেই কাৰণেই এই কাব্যসমূহ একাধাৰে ধৰ্ম্মগ্ৰন্থ, কাব্য, উপন্যাস, গীত আৰু নাটক। কথোপকথনৰ পদ থকাভ বধকাব্যত নাটকীয় সাঁচ আছে, আৰু পাঠকে তাকে আবৃত্তিৰ সুৰত গোৱাত সহৃদয়ৰ হৃদয় সি বিশেষ ভাৱে আকৃষ্ট কৰে। ৰাজহুৱা ভাৱে আবৃত্তি কৰাৰ হেতুকে নানা ধেমেলীয়া বৰ্ণনাও সংযোগ কৰা হৈছে।

লোকপ্ৰয়োজনলৈ লক্ষ্য ৰাখিয়েই কাব্যত হাস্যৰসক প্ৰাধান্য দিয়া হৈছে। নতুনত্ব অথবা আকস্মিকতাই হাস্যৰসৰ মূল উৎস। অথচ গাৱঁলীয়া জীৱনত নতুন বুলিবলৈ একো নাই; আচাৰ-নীতি, সমাজ-ব্যৱস্থা, জীৱনৰ আদৰ্শ সকলো পুৰণি নিয়মেৰে নিকপকপীয়াকৈ বন্ধা, পুৰণিৰ প্ৰতি গাঁৱত সহজ প্ৰীতি আছে। পুৰণি নহলে গাঁৱলীয়া জীৱনত কোনো বস্তুৰে সমাদৰ নাই। আনকি ন ধানৰ অন্নেও সুসুজে, পুৰণি মলাধঁপাত, পুৰণি থেকেৰাৰহে চোক বেছি; ধোঁৱাৰচাঙত তুলি থোৱা পুৰণি লাও-কোমোৰাৰ সোৱাদ অনুপম। নিজৰ চাৰিওপিনে থকা বস্তুসমূহৰ প্ৰতিও গাঁৱলীয়া প্ৰজাই পুৰণি সংস্কাৰগত ধাৰণাকে ধৰি আছে; দেৱ-দেৱী, দানৱ-মানৱৰ বিষয়েও পুৰুষানুক্ৰমে

বাগৰি অহা কল্পনাকেই বিশ্বাস কৰিছে। সেই বদ্ধমূল ধাৰণা-কল্পনা কাব্যৰ হাস্যৰস বৰ্ণনাই অকস্মাতে সলনি কৰি দিয়ে। কাব্যৰ যোগে পুৰণি বান্ধোনৰ পৰা খন্তেকলৈ মুক্তি লভি তেওঁলোকে হাঁহিবলৈ ধৰে। এয়ে এৰিষ্টটলৰ কাব্যৰ katharsis বা অনুভূতিৰ বিশুদ্ধীকৰণ। কাব্যৰ এই হাস্যৰসৰ হাঁহিত বাস্তৱ জীৱনৰ হাঁহিৰ দৰে বিদ্ৰূপ, অভিমান, আত্মগৌৰৱ, অনুকম্পাৰ স্থান নাই। কাব্যৰ হাঁহি অনিমিত্ত, প্ৰয়োজন-বিবৰ্জিত অনাবিল আনন্দৰ হাঁহি। অনুভূতিৰ এই নিঃস্বাৰ্থ আৰু স্বাধীন স্বভাৱেই সকলো সাহিত্যৰ মূলবস্তু। উপৰোক্ত কথাৰ উদাহৰণ স্বৰূপে 'জঙ্ঘাসুৰযুদ্ধৰ' পৰা ভীম-জঙ্ঘাসুৰৰ ডবৰা-ডবৰিৰ বৰ্ণনাটি তুলি দিয়া হল। ভীমৰ বলবিক্ৰমৰ সম্পৰ্কে সাধাৰণ যি ধাৰণা আছিল, কাব্যত অপ্ৰত্যাশিত ভাৱে তাৰ ব্যতিক্ৰম ঘটিছে—

"কাতি হুয়া জঙ্ঘাসুৰে পৰিবে চাহিলা।
মহাবলী হেতু তেহো থমকি ৰহিলা॥
ভীমেও ক্ৰোধত ছিদ্ৰ চাই ফুৰে বেগে।
একগোট মাথাত ধৰিলা সেহি ছেগে॥
বজ্ৰৱত অসুৰৰ চাল অতি টান।
ঝাম্প দিয়া অসুৰৰ ধৰিলন্ত কাণ॥
ভীমক অসুৰে ধৰিলেক টান কৰি।
ধৰণীত পড়ি কৰে বাগৰাবাগৰি॥
কাতি কৰি জঙ্ঘাসুৰে ধৰিলা ভীমক।
মাৰিলেক কীল যতমান পাৰিলেক॥
চৌৰাশী হাজাৰ মান কীলক মাৰিলা।
কতক্ষণ থাকি ভীমে ওফন্দি উঠিলা॥

দুই হাজাৰেক বাহুমেলি মহাবলী।
ভীমক আটিলা যেন হস্তীয়ে কদলী ॥
ৰাক্ষসৰ বাহুৰ আটাৰ ছোট পাই।
কেহ্কান্তে ৰহিলা বীৰ অচেতন হুই ॥
মাধবৰ অংশ ভীম পৱননন্দন।
সি কাৰণে তাৰ হাতে নগৈল পৰাণ ॥"

অস্বাভাবিক আৰু অতিৰঞ্জিত হোৱাৰ হেতু তলৰ অংশটি অধিক কৌতুকপূর্ণ—

"তাত পাছে জঙ্ঘাসুৰে ভীমক ধৰিয়া।
সাঙ্গি বান্ধি লৈয়া গৈলা নগৰ লাগিয়া ॥
ৰাক্ষস পশিলা গৈয়া আপুন নগৰ।
বাজ হুয়া দেখয় সমস্ত নাৰী নৰ ॥
বেশ্যা নাৰী আছে তাত চৌৰাশী হাজাৰ।
সমস্তে বেঢ়িয়া চাৱে একমুণ্ড নৰ ॥
কেহো জনী বোলে আৰ শুনিয়োক বাই।
একমুণ্ড নৰ স্বপ্নত দেখা নাই ॥
একমুণ্ড মনুষ্যক দেখিবাক ভাল।
আমাৰেসে স্বামীগণ পৰম জঞ্জাল ॥
ৰূপ-গুণ দেখি নাৰীগণ মোহ ভৈলা।
নৃপতিক ভয়ে কেহো কাষ নাচাপিলা ॥
ধৰি বান্ধি ব্যাধে পশু নেয় যেনমতে।
পতাশালে থৈলা নিয়া অসংখ্যক দূতে ॥"

অতিৰঞ্জিত বর্ণনাৰ দ্বাৰা দৰিদ্ৰ শ্ৰোতাসকলক তেওঁলোকৰ দৈনন্দিন অভাৱ অনাটন জীৱনৰ আৰ্থিক আৰু জটিল সমস্যাৰপৰা

ক্ষণমাত্ৰ পাহৰাই ৰখাও কবিৰ উদ্দেশ্য। সেই কাৰণেই কাব্যৰ বৰ্ণনাত ধন-সোণ বয়-বস্তুৰ ওৰাদানী। কূৰ্ম্মৱলী ৰজাৰ নগৰৰ বৰ্ণনাত আছে :--

"সুবৰ্ণৰ চৌপথ পদূলি সুবৰ্ণৰ।
পশু-পক্ষী যত সুবৰ্ণৰ নিৰন্তৰ॥
সুবৰ্ণৰ তৰু তৃণ লতা আছে যত।
দেখয় সুবৰ্ণময় যতেক পৰ্ব্বত॥
সুবৰ্ণৰ বৃক্ষ সব সুবৰ্ণৰ ফল।
সুবৰ্ণৰ পত্ৰ সব পৰম নিৰ্ম্মল॥
সুবৰ্ণৰ পুষ্প সব আছে ফুলি ফুলি।
গাছতে পাকিয়া আছে সুবৰ্ণ কদলী॥

বাস্তৱ জীৱনত যি জনে দহোটা সংখ্যা গণিব নোৱাৰে; কাব্যত তেৱেঁই 'চৌৰাশী হাজাৰ' সংখ্যাৰ বৰ্ণনাত আনন্দ পায়। দাৰিদ্ৰ্য ভাৰতীয় আধ্যাত্মিক জীৱনৰ আদৰ্শ। কবিয়ে পাণ্ডৱৰ দুখ-নিৰ্য্যাতনৰ করুণ কাহিনীৰ মাজেদি সেই নীতিকে প্ৰচাৰ কৰিছে। "জজ্ঘাসুৰৰ যুদ্ধ-কাব্য"ত যুধিষ্ঠিৰে খেদকৈ ভীমক কৈছে—

"শুনিয়োক বৃকোদৰ আমাৰ বচন।
সাত দিন অন্ন নাহি নাৰহে জীৱন॥
দৈৱৰ বিপাক বিধি লিখিলা কপালে।
শকুনীতে বাদমাত্ৰ ভুঞ্জো কৰ্ম্মফলে॥
অৰ্জ্জুন নকুল দুয়ো চলিও লগত।
ফল-মূল কিছুমান লৈয়োক সতত॥"

শ্ৰীকৃষ্ণ যাৰ সখা সেই পাণ্ডৱেই যেতিয়া অভাৱ-অনাটন প্ৰপীড়িত— তেনেস্থলত সাধাৰণ মানুহৰ কি কথা? দৰিদ্ৰ জনগণক কাব্যই এনে-

কৈয়ে পৰম সান্ত্বনা দিছে। সেই কাৰণেই যেতিয়াই নানা অপায় অমঙ্গলে গাৰ্ লীয়া জীৱনক বেঢ়ি ধৰেহি, তেতিয়াই "কীৰ্ত্তন এক আধ্যা পাঠ কৰা হয়।"—ভক্তৰ বিপত্তি শুনি চিত্তই যেন সান্ত্বনা লভে। কূৰ্ম্মৱলী ৰজাৰ বিধৱা ৰাণীক ভীষ্মদেৱে প্ৰবোধ দিয়াৰ দৰে কাবোও জনসাধাৰণক বুজনি দিয়ে—

"কিসক সন্তাপ কৰা মহাতাপ,
ৰাজ পাটেশ্বৰী আই ॥
যাৰ কপালত লিখিয়া আছয়,
বিধাতায়ে কাপ ধৰি।
সেই সুখ দুখ আপোন মিলয়
এৰাবাহা কেন কৰি ॥"

কাব্যৰ বিষয়-বস্তু মহাভাৰত, যামল, পুৰাণ আদি বিবিধ গ্ৰন্থৰপৰা সংগ্ৰহ কৰা হৈছে বুলি কবিয়ে উল্লেখ কৰিছে। বিভিন্ন পুথিৰপৰা সংগ্ৰহ কৰা হলেও নিজ সৃজনী প্ৰতিভাৰে কবিয়ে ভালেখিনি নতুন কথাও সংযোগ কৰিছে। জনহৃদয় অধিকাৰ কৰিবৰ কাৰণে পৌৰাণিক আখ্যানৰ লগতে লৌকিক কিম্বদন্তী, বিশ্বাস আদি ৰমণীয় ভাৱে ৰজিতা খুৱাই দিয়া হৈছে। অসমীয়া জীৱন আৰু অসমীয়া মনেমোহা প্ৰকৃতিৰ বিতোপন বৰ্ণনাৰে কাব্য ভৰপূৰ। ভূষণবিহীন অথচ আপোন সৌন্দৰ্য্যেৰে আপুনি ৰমণীয় অসমীয়া তিৰোতাৰ দৰে বধকাব্যসমূহ স্বভাবোক্তিৰে সজীৱ আৰু হৃদয়স্পৰ্শী হৈ উঠিছে। "জজ্ঘাসুৰ যুদ্ধ"ত কবিয়ে স্বভাৱ-সুন্দৰ সৰোবৰৰ মনোৰম বৰ্ণনা দিছে—

... ... ... ... . ...

দেখন্তে সুন্দৰ সিটো থান মনোহৰ ॥
তাহাৰ মধ্যত এক সৰোবৰ আছে।
ফল ফুলে আমোদিত জলে চাৰি কাষে ॥

কোকিলৰ কুহুঁ কুহুঁ ভ্ৰমৰা গুঞ্জৰে।
জলচৰ পক্ষী সবে তাত নাদ কৰে॥
পুষ্পচয় চুম্পি মধুকৰে কৰে ৰোল।
কতো উৰে কতো পৰে, প্ৰেমত বিভোল॥
তমাল মালতী শেফালিকা জুতি জাই।
বকুল বন্দুলি কৰবিৰ ধুস্তুৰায়॥”

উপৰোক্ত বৰ্ণনাত বক্ৰোক্তিৰ বাহুল্য নাই; কাব্যসৌন্দৰ্য্যৰেই প্ৰকৃতিৰ প্ৰতিটি জীৱ প্ৰাণময় আৰু বাঙ্ময় হৈ উঠিছে। প্ৰাক্-বৈষ্ণৱ যুগৰ কবি মাধৱ কন্দলি আৰু শঙ্কৰদেৱ প্ৰভৃতি অন্যান্য বৈষ্ণৱ কবিৰ ৰচনাতো এনে স্বভাৱসুন্দৰ পদৰ প্ৰাচুৰ্য্য আছে। ইয়াক গতানুগতিক অনুসৰণ বুলি অৱহেলা কৰিব নোৱাৰি। প্ৰত্যেক কাব্য কবিৰ স্বকল্পনা আৰু নিজস্ব ভঙ্গীৰে ৰচিত হলেও তাৰ ওপৰত জাতীয় ভাৱধাৰা আৰু প্ৰকাশভঙ্গিমাৰ কিছু প্ৰভাৱ পৰা স্বাভাৱিক। প্ৰত্যেক সাহিত্য আৰু ভাষাৰ এটি নিজস্ব বিশিষ্ট ৰূপ আছে; জাতীয় চিন্তাধাৰা, ভাৱ আৰু কল্পনাৰ সেয়ে সাৰ্ব্বজনীন উৎস। উত্তৰাধিকাৰী সূত্ৰে সকলোৱেই নিজৰ অজ্ঞাতসাৰেই সেই জাতীয় সম্পত্তিৰ ভাগ গ্ৰহণ কৰে। সেয়েহে আধুনিক যুগৰ শ্ৰেষ্ঠ অসমীয়া নৈসৰ্গিক কবিৰ ৰচনাতো স্বভাৱোক্তিৰ প্ৰাচুৰ্য্য।

‘কবিয়ে এফালে যেনেকৈ লোকজীৱনৰ আশা-আকাঙ্ক্ষাক কাব্য-ৰূপ দিবলৈ চেষ্টা কৰিছে, সেইদৰে প্ৰচলিত প্ৰবাদ পটন্তৰৰ মাজেদি তাক স্পষ্টও কৰিছে। প্ৰবাদ-প্ৰবচন গাঁৱলীয়া জীৱনৰ অভিজ্ঞতাৰ ওপৰত সৃষ্টি হৈছে। সৰল গাঁৱলীয়া জীৱনৰ দৰে এই পটন্তৰসমূহ পোনপটীয়া, আৰু প্ৰত্যেকটিতে গাঁৱলীয়া জীৱনৰ চিত্ৰ ফুটি ওলাইছে। তলত উদ্ধৃত কৰা পটন্তৰ কেইটিয়েই আমাৰ কথাৰ প্ৰমাণ দিব—

"কুমাৰৰ চাক যেন ঘুৰিয়া ফুৰয়" ( জঙ্ঘাসুৰ যুদ্ধ )
"বন জুই যেন দহিয়া আসয়" ( " )
"উজানৰ মাছ যেন প্ৰহাৰ কৰিলা" ( " )
"পূৰ্ণিমা দিবসে যেন উথলে সাগৰ" ( " )
"পতঙ্গ আসিয়া অগণিত দেয় ঝাহ" ( " )
"ফাল্গুনৰ বায়ু যেন নাকৰ নিশ্বাস" ( অশ্বকৰ্ণৰ যুদ্ধ )
"সৰ্পক দিৰয় দুগ্ধ ভালুকক কোৰ" ( " )
"তুলাত লাগিল যেন প্ৰচণ্ড অগনি" ( কূৰ্ম্মবল্লী যুদ্ধ )
"মৃণালৰ নালা যেন প্ৰচণ্ড অগনি" ( " )
"শোণিতে সিন্দূৰ বৰ্ণ দেখিতে শোভন" ( " )
"প্ৰচণ্ড বাতাসে যেন ভাঙ্গিলা কদলী ( " )
"শ্ৰাৱনৰ মেঘ যেন বৰষিলা জল ।" ( " )
"হৰিণক খেদি যেন বাঘ গোট ধাই" ( " )
"আপদ কালৰ ধৈৰ্য্যেসে বড় ঔষধি" ( " )

জাতীয় জীৱনৰ প্ৰয়োজনলৈ লক্ষ্য ৰাখি আৰু জনসাধাৰণৰ অৱসৰ-বিনোদনৰ কাৰণে ৰচিত হোৱা দেখিয়েই বধ-কাব্যসমূহ পুৰণি হৈও নতুন। ব্যাপকভাৱে সহৃদয় পাঠকৰ চিত্ত স্পৰ্শ কৰা কাব্যয়ে দীৰ্ঘজীবী ; কালজয়ী হোৱাতে সাহিত্যৰ সাৰ্থকতা।

গুৱাহাটী বিশ্ববিদ্যালয়
১।৩।৪৯

শ্ৰীবিৰিঞ্চিকুমাৰ বৰুৱা

# খটাসুৰ বধ

---

## পাণ্ডৱৰ নৈমিষাৰণ্য গমন

### ছবি

জন্মিজয় * পুছে কথা, জয়মুনি † ঋষি তথা,
কহিয়োক আমাত সম্প্ৰতি।
একদিন দুৰ্য্যোধন, গৈলেক গন্ধৰ্ব্ব বন,
পাণ্ডৱ গৈলেক অন্য ভিতি॥
জয়মুনি বোলে ৰাজা, শুনিয়োক জন্মিজয়,
পাণ্ডৱৰ যি ভৈলা অৱস্থা।
দ্বৈত সৰোবৰ কাছে, দিন কতিপয় আছে,
শুন ৰাজা কহুঁ পাছ কথা॥১
গৈলা যেবে দুৰ্য্যোধন, যুধিষ্ঠিৰে গুণে মন,
নুবুজিলো দুৰ্য্যোধন মন।
আৰোবাৰ আসি সিটো, কোন বা বি ত্তি কৰে,
এহি বুলি ভৈলা ভয় মন॥

---

* জন্মিজয় — জন্মেজয়।

† মহাভাৰতত বক্তা বৈশম্পায়ণ মুনি আৰু শ্ৰোতা জন্মেজয় ৰজা ইয়াৰ "জয়মুনি" শব্দে সম্ভৱতঃ বৈশম্পায়ন মুনিকেহে বুজাইছে।

ভীমক সম্বোধি বীৰে, মাতিলন্ত ধীৰে ধীৰে,
শুনিয়োক বীৰ বৃকোদৰ।
কৌৰৱৰ উতপাত, নেৰিবোহু ইঠানত,
হওঁ আমি ইঠান অন্তৰ ॥২
মাতে বৃকোদৰ বীৰ, ক্রোধ কৰি গুৰুতৰ,
যুধিষ্ঠিৰ নৃপতিক চাই।
এড়িলা ছলত পাই, কৌৰৱক একে ঠাই,
তোমাহেতু আমাৰ বিলাই ॥
গন্ধৰ্ব্বে বান্ধিয়া নেই, তাহাত ৰাখিলা গই,
পৰৰ শ্রাদ্ধত জানু পাৰি।
যেহি লাগে তাকে কৰা, আমি জীৱন্ততে মৰা
সেহি দুখে প্রাণ যায় ছাড়ি ॥৩
অৰ্জ্জুনে ভীমক চাই, বোলে শুনা ভীম ভাই,
নকহিবা ইসব বচন।
যেহি লাগে সেহি হৌক, আমাৰ কৰম ভাগে,
দাদা সে আমাৰ জীৱ প্রাণ ॥
নকুল সহদেৱ দুই বোলে অৱনত হুই,
দাদা সে আমাৰ জীৱ মতি।
নকৰিবা আজ্ঞাচ্ছন্ন, যেহি বোলে এতিক্ষণ,
সিঠানক চলিয়ো সম্প্রতি ॥৪
দ্রৌপদী বোলন্তে কথা, নকৰিবা অন্যয়থা,
যেহি বোলে, কৰা ধৰ্ম্মশীলে।

হৈবেক সকলে সিদ্ধি, ধৰ্ম্মেতেসে নৱনিধি,
ধৰ্ম্মতেসে চতুৰ্ব্বৰ্গ মিলে ॥
দ্ৰৌপদীৰ বাণী শুনি, পঞ্চ ভাই মনে গুণি,
নিশ্চয় কৰিলা এক মতি ।
আঠাইশ সহস্ৰ যত, ৰাজ ঋষি সমাজত,
তাৰা সবে দিলা অনুমতি ॥৫
শুনিলন্ত পঞ্চ ভাই, দ্ৰৌপদী সহিতে যাই,
আঠাইশ সহস্ৰ ঋষিগণ ।
তিনি পৰ বেলা গৈলা, ৰবি অস্তাগত ভৈলা,
প্ৰবেশিলা নৈমিষৰ বন ॥
বৃক্ষৰ তলত যায়, বসিলন্ত পঞ্চ ভাই
দ্ৰৌপদী সহিতে ঋষিগণ ।
কৃষ্ণক হৃদয়ে ধৰি, বসিলা প্ৰশংসা কৰি,
ৰজনী বঞ্চিলা অনুক্ষণ ॥৬
প্ৰভাততে চলি গৈলা অৰণ্যত প্ৰবেশিলা,
দেখি স্থান বিচিত্ৰ সুন্দৰ ।
জল স্থল দেখি ভাল, বঞ্চিবাক লাগে কাল,
দেখিতে বিচিত্ৰ সৰোবৰ ॥
কাল বঞ্চিবাক প্ৰতি, কৰি সবে অনুমতি,
সাজিলা পত্ৰৰ বাসা ঘৰ
চাৰি দণ্ড অন্তৰত, সৰোবৰ সমীপত,
স্থান ভৈলা ঋষি সমস্তৰ ॥৭

সদা ভক্তি কৰি আতি, কৃষ্ণ কথা দিনে ৰাত্রি,
ভৈলন্ত তথাত অবিশ্ৰান্ত।
কৃষ্ণ কথা মনে ধৰি, শ্ৰৱণ কীৰ্ত্তন কৰি,
পৰম আনন্দে গুণ গান্ত॥
ভীমসেন ধনঞ্জয়, নকুল সহদেৱ দুই,
চাৰি ভাই চাৰি দিশে যায়।
যিবা পাৱে যেই স্থানে, মৃগয়া কৰিয়া আনে,
ফল মূল আনন্দে কোঁচাই ॥৮
দ্ৰৌপদী ৰান্ধন্ত গই, চাৰি বিধ অন্ন ই,
ঋষি সবে ভোজন কৰয়।
নকুল সহদেৱ দুই, পৰম সন্তোষ হুই,
আহাৰ কৰন্ত দুই ভাই॥
ধনঞ্জয় বৃকোদৰ, ভুঞ্জে দুই সহোদৰ,
মহাৰাজ যুধিষ্ঠিৰ ৰায়।
কাহাৰো নথাকে বাকী, সবাকো ভুঞ্জয়ে ঢাকি,
যাৰ যেন মতে ৰুচি হয় ॥৯
এহিমতে তৈত যেবে, নৱ মাস গত হৈলা,
শুনা যেন ভৈলা পাছ কথা।
ৰাম সৰস্বতী ভণে, ৰাম বোলা ঘনে ঘনে,
ইটো জন্ম নকৰিয়ো বৃথা ॥১০

---

ঢাকি—ঘূৰণীয়াকৈ শাৰী পাতি।

## পত্ৰ-গৃহত অকলসৰে দ্ৰৌপদীৰ অৱস্থিতি
## খটাসুৰৰ আগমন

### পদ ।

জয়মুনি বদতি শুনিয়ো জন্মিজয় ।
এহিমতে বনবাসে পাণ্ডৱ আছয় ॥
একদিন প্ৰভাতে উঠিয়া চাৰি ভাই ।
চাৰিও দিশক চাৰি গৈলা সমুদাই ॥১১
মৃগয়া কৰিতে যায় পশিল বনত ।
যুধিষ্ঠিৰ চলি গৈলা ঋষি সমাজত ॥
একেশ্বৰে দ্ৰৌপদীয়ো আছয় বনত ।
কৃষ্ণৰ চৰণ চিন্তি পত্ৰৰ গৃহত ॥১২
সেই দিন খটাসুৰ অসুৰ দুৰ্জ্জয় ।
পৰম আনন্দ মনে বনত ভ্ৰময় ॥
দ্ৰৌপদীক দেখিলন্ত পত্ৰৰ গৃহত ।
নাহি শ্ৰুতি জ্ঞান তাৰ কামে উনমত্ত ॥১৩
দ্ৰৌপদীৰ আগত অসুৰ ভৈলা থিৰ ।
দেখি দ্ৰৌপদীৰ দেহে নথাকিল জীৱ ॥
বিকৃত আকাৰ তাৰ দেখিতে কুবন্ধ ।
প্ৰহৰৰ পথত গাৱৰ পায় গন্ধ ॥১৪
পৰ্ব্বত আকাৰ তাৰ স্থূলন্তৰ কায় ।
নাকৰ নিশ্বাসে তাৰ বতাসে ফোঁফায় ॥

কুলা যেন দেখি তাৰ দুই খান কাণ।
শাল বৃক্ষ সম দেখি বাহু দুই খান ॥১৫
পৰ্ব্বতৰ শৃঙ্গ যেন দাঁত দুই পাড়ি।
শৰীৰৰ লোমে আছে উৰ্দ্ধক শিহৰি ॥
চক্ষুৰ কোটৰ যেন পৰ্ব্বত গহ্বৰ।
লহ লহ জিহ্বা তাৰ দেখি লাগে ডৰ ॥১৬
পোৰা শিখি হেন দেখি শৰীৰৰ কান্তি।
ভয়ঙ্কৰ মুখ তাৰ দৰ্শনতে ভ্ৰান্তি ॥
তাম্ৰশাল হেন দেখি পিঙ্গলীয়া দাড়ি।
জুটুলা জুটুলী চুলি অঙ্গুলেক চাৰি ॥১৭
এহিমতে দ্ৰৌপদীয়ো অসুৰ দেখিলা।
নাহি স্মৃতি জ্ঞান যেন প্ৰাণ উড়ি গৈলা ॥
হাত ভৰি কম্পে দেখি চক্ষে বহে জল।
অসুৰৰ ভয়ে দেৱী ভৈলন্ত বিকল ॥১৮
নাহি কোন পঞ্চ পতি মই একেশ্বৰী।
পাপিষ্ঠৰ হাতে ৰক্ষা পাওঁ কেন কৰি ॥
কৃষ্ণৰ চৰণ বিনে নেদেখো উপায়।
আন কোন হুইব আসি মোহোৰ সহায় ॥১৯
এহি বুলি কৰিলন্ত দেৱী মনে সাৰ।
মাধৱৰ চৰণক চিন্তে বাৰম্বাৰ ॥
হৰি স্মৰি দ্ৰৌপদী কৰিলা মনে সাৰ।
দেৱীক দেখিয়া শ্ৰুতি নাহি অসুৰৰ ॥২০

কামে জৰ্জ্জৰিত চিত্ত ভৈলন্ত পাগল।
বক বক কৰে যেন ভোকৰা ছাগল ॥*
মাতিবে লাগিলা দ্ৰৌপদীৰ মুখ চাই।
কাহাৰ জিয়াৰী তুমি আছা এহি ঠাই ॥২১
তোৰ ৰূপ দেখি মই কামে ভৈলো মত্ত।
স্বৰূপ কৰিয়া কহা মোহোৰ আগত ॥
দ্ৰৌপদী বোলন্ত আক মাতিবে লাগয়।
নমাতিলে মোক আজি হৰিবে নিশ্চয় ॥২২
বোলন্ত দ্ৰৌপদী মই পাণ্ডুৰ বোহাৰী।
নাম মোৰ যাজ্ঞসেনী দ্ৰুপদ জিয়াৰী ॥
কৌৰৱে পাশাত জিনি খেদাইলে ডকাই।
বনবাসে দুখ ভুঞ্জি আছো এহি ঠাই ॥২৩
মোক ইঠানত ৰাখি পত্ৰৰ গৃহত।
মৃগয়া কৰন্তে স্বামী পশিল বনত ॥
পতিব্ৰতা নাৰী মই কহিলো বুজাই ।২৪
মোক যিবা চাৱে জীৱনত আশা নাই ॥
বচনেও নমাতো যে পৰ পুৰুষক।
চিনিবাৰ কাৰণেসে চিনা দিলো তোক ॥
অসুৰে বোলয় এৰা পতিব্ৰতা ধৰ্ম্ম।
বচনেক বোলো মই শুনা তাৰ মৰ্ম্ম ॥২৫

---

* ভোকৰা—ছাগল, ডাঙৰ যাডপঠা।

তুমি চিনা দিলা এবে চিনা দিলো মই ।
খটাসুৰ নাম মোৰ অসুৰ দুৰ্জ্জয় ॥
ধন জন ঐশ্বৰ্য্যে মোহোৰ নাই সৰি ।
গৃহত আছয় মোৰ বহুত সুন্দৰী ॥২৬
তোমাৰ সদৃশ ৰূপে একোজনী নাই ।
কি কাৰণে বনত আছাহা দুখ পাই ॥
মোক ভজা তোমাৰ খণ্ডিবে দুখ যত ।
সত্যে সত্যে বোলো মই তোমাৰ আগত ॥২৭
ধন জন গৃহবাস যতেক সুন্দৰী ।
সত্যে সত্যে দিবোহো তোমাৰ দাসী কৰি ॥
মই তোৰ দাস হৈবো নকৰা নৈৰাশ ।
এহি বুলি অসুৰেও চাপিলন্ত পাশ ॥২৮
দ্রৌপদীয়ো স্মৰে ৰাম কৃষ্ণ বিষ্ণু হৰি ।
কদাচিতো অসুৰে নকৰে পাছ ভৰি ॥
মোৰ পঞ্চ পতি আছে জগতে প্রখ্যাত ।
আসি পালে এক্ষণে কৰিবে স্কন্ধপাত ॥২৯
ইঠানৰ পৰা তই হুয়োক অন্তৰ ।
শুনি মহাক্রোধে জ্বলিলন্ত খটাসুৰ ॥
বলে ধৰি এইক আজি নিও নিজ ঠাই ।
এহি বুলি পত্র গৃহ ভাঙ্গিলা কোবাই ॥৩০
অসুৰৰ ক্রোধ দেখি দেৱী ভৈলা ত্রাস ।
ত্রাহি যুধিষ্ঠিৰ বুলি দিলেক আটাস ॥

# খটাসুৰৰ পঞ্চ-পাণ্ডৱৰ লগত ৰণ

ঋষি সমস্তৰ সঙ্গে যুধিষ্ঠিৰ ৰায়।
কৃষ্ণ কথা শুনি বসি আছে সেহি ঠাই ॥৩১
দ্ৰৌপদীৰ আৰ্ত্তনাদ শুনি আতিশয়।
মিলিল বিপাক ৰাজা জানিলা নিশ্চয় ॥
দ্ৰৌপদীক কোনোবা অসুৰে নেয় হৰি।
ঋষি সমস্তক এড়ি আসিলা লৰৰি ॥৩২
শীঘ্ৰ বেগে আসি দেখি যুধিষ্ঠিৰ ৰায়।
বৃক্ষৰ আৰত যায় অসুৰ লুকায় ॥
যুধিষ্ঠিৰে আসি দ্ৰৌপদীক দেখিলেক।
কিবা অথন্তৰ ভৈলা বুলি পুছিলেক ॥৩৩
দ্ৰৌপদী বোলন্ত প্ৰভু কিবা শোধা আৰ।
মোক হৰি নিবে খোজে অসুৰ দুৰ্ব্বাৰ ॥
অনেকবিকথি সিটো বচন বুলিলা।
পত্ৰ গৃহ ভাঙ্গি মোক হৰিবে খুজিলা ॥৩৪
তোমাক আসিবে দেখি মোক এৰি যায়।
বৃক্ষৰ আৰত সিটো আছয় লুকায় ॥
এহি শুনি নৃপতি ধৰিলা ধনু-শৰ।
অসুৰক খেদি গৈলা ক্ৰোধে গুৰুতৰ ॥৩৫
আসৰে পাপিষ্ঠ কৈত আছস লুকায়।
যমৰ পুৰত আজি তোক দিবো ঠায় ॥

এহি বুলি দিশ পাশ চাহে কতদূৰ ।
বৃক্ষ আৰ হস্তে বাজ ভৈলন্ত অসুৰ ॥৩৬
যুধিষ্ঠিৰ ৰাজাৰ আগত ভৈলা স্থিৰ ।
কাল মেঘ খণ্ড যেন দুৰ্ব্বাৰ শৰীৰ ॥
দেখিয়া নৃপতি প্ৰহাৰিলা দশ শৰ ।
ন ভৈলা ভ্ৰুভঙ্গ একো সিটো অসুৰৰ ॥৩৭
পাছে একশত শৰ প্ৰহাৰিলা টানে ।
কটাক্ষ নকৰে সিটো অসুৰ দুৰ্জ্জনে ॥
মাথাত হানয় শৰ যুধিষ্ঠিৰ ৰায় ।
তথাপিতো অসুৰৰ ভুৰি ভঙ্গ নাই ॥৩৮
অসংখ্য সহস্ৰ শৰ হানিলা নৃপতি ।
খটাসুৰ অসুৰে আছিলা বুকপাতি ॥
শৰ প্ৰহাৰন্তে ৰাজা হাৰা শাস্তি ভৈলা ।
দুৰ্জ্জয় অসুৰে তাক মনে নগণিলা ॥ ৩৯
এহিমতে চাৰি দণ্ড প্ৰহাৰন্তে শৰ ।
গাৱ নলাৰিলা তভো দুৰ্জ্জয় অসুৰ ॥
শৰ প্ৰহাৰন্তে ৰাজা হাৰা শাস্তি ভৈলা ।
ক্ৰোধে খটাসুৰে শাল বৃক্ষ তুলি লৈলা ॥৪০
তিনি ডাল বৃক্ষ প্ৰহাৰিলা এক ছেগে ।
নৃপতিৰ হিয়াত পৰিল মহাবেগে ॥
হৃদয়ত একডাল পৰিলেক টানে ।
কপালত একডাল পৰিল সন্ধানে ॥৪১

আৰো একডাল পখিলেক কঙ্কালত।
ঢলিয়া পড়িলা ৰাজা গাৱে নাহি তত॥
দেখিয়া অসুৰ খেদি গৈলেক লৰৰি।
বান্ধিবাক আনিলেক নাগ পাশ জৰী॥৪২
দুই হাতে দুই ভৰি ধৰিলা জপাই।
বান্ধিলেক নৃপতিক মেঢ়াই মেঢ়াই॥
শৰীৰৰ বলে বান্ধিলেক টান কৰি।
মৃত প্ৰায় যুধিষ্ঠিৰ থাকিলন্ত পৰি॥৪৩
নৃপতিক ফেলাই থৈলন্ত কত দূৰে।
দ্ৰৌপদীৰ মুখ চাই মাতন্ত অসুৰে॥
ৰাজা যুধিষ্ঠিৰৰ যে বধিলো পৰাণ।
ভজিবি কি নভজিবি দিয়া সমিধান॥৪৪
নভজিলে আজি মই নেৰিবো সুন্দৰী।
মোহোৰ হাতৰপৰা যাবি কেনে কৰি॥
যদি গহ কৰ মাত সিয়ো চাৰি পতি।
মাৰিয়া পঠাওঁ যম সদনক প্ৰতি॥৪৫
অসুৰৰ বাণী শুনি দ্ৰুপদ জীয়াৰী।
কান্দিবে লাগিলা আতি আৰ্ত্তনাদ কৰি॥
হৰি হৰি কিনো মই পাপী অভাগিনী।
কিসে প্ৰাণ ধৰো মই যুধিষ্ঠিৰ বিনি॥৪৬
মোহোৰ কাৰণে পঞ্চ পতিৰ বিঘাত।
ৰসাতলে যাওঁ বসুমতী দিয়া ফাট॥

এহি বুলি কান্দে দেৱী ভূমিত পৰিয়া ।
দুই হাতে মুষ্টি হানি ঢাকুৰন্ত হিয়া ॥৪৭
হাঁ বৃকোদৰ বুলি দিলা আৰ্ত্তৰাৱ ।
ভীমসেনে শুনিলেক পশ্চিমৰ বাৱ ॥
দ্রৌপদীৰ আৰ্ত্তনাদ শুনি অত বৰ ।
শীঘ্র বেগে বৃকোদৰ দিলেক লৱৰ ॥৪৮
ভীমসেনে খেদি আসে দেখিয়া অসুৰে ।
দ্রৌপদীক এৰিয়া গৈলেক কত দূৰে ॥
বৃক্ষৰ আৰালে যায় থাকিলা লুকাই ।
ভীমসেন আসি দ্রৌপদীক লাগ পাই ॥৪৯
মহাত্রাসে দ্রৌপদীৰ কণ্ঠাগত প্ৰাণ ।
ভীমসেন আসি দেখিলেক বিদ্যমান ॥
আঙ্কোৱালি সাৱটি ধৰিলা বৃকোদৰ ।
কহিয়ো সুন্দৰী কিবা ভৈল অথন্তৰ ॥৫০
দ্রৌপদী বোলন্ত মোৰ মৰণেসে ভাল ।
অসুৰে মাৰিলা যুধিষ্ঠিৰ মহীপাল ॥
মোক হৰি নিবাক আছিল ছেগ চাই ।
তোমাক দেখিয়া পাপা আছন্ত লুকাই ॥৫১
বৃক্ষৰ আৰালে যায় আছয় পামৰ ।
শুনি কোপে খেদি গৈলা বীৰ বৃকোদৰ ॥
ভীমসেনে খেদে দেখি অসুৰ আসয় ।
পিঠি পাশে ভীমক ধৰিলা ছিদ্র পায় ॥৫২

ভীমেও উলটি ধৰি অসুৰৰ গলে।
আজোৰা আজোৰি কৰি পৰে মহীতলে ॥
বাগৰা বাগৰি যুদ্ধ দণ্ড দুই মান।
প্ৰহাৰয় কীল ভুকু বজ্ৰৰ সমান ॥৫৩
বনবাস ক্লেশে ভীম কৃশ অতিশয়।
হৃষ্টপুষ্ট মহাবলী অসুৰ দুৰ্জ্জয় ॥
ব্ৰহ্মাৰ বৰত তাৰ বাঢ়ি যায় বল।
মহাক্ৰোধে ধৰিলা ভীমক পাই চল ॥৫৪
দুই হাতে দুই ভৰি এক ঠাই কৰি।
আকাশত ফুৰাইলেক চক্ৰাকাৰ কৰি ॥
পৃথিবীত ভীমক পাৰিলা গিৰিসাই।
মূৰ্চ্ছা যাই পৰিলেক স্মৃতি বুদ্ধি নাই ॥৫৫
পাছে খটাসুৰে ব্ৰহ্মা-নাগ পাশ আনি।
পিঠি পাশে ভীমক বান্ধিলা টানি টানি ॥
মৰা যেন ভীমসেন থাকিলন্ত পৰি।
পিণ্ডাকাৰে পৃথিবীত ৰহিলা বাগৰি ॥৫৬
দ্ৰৌপদীক অসুৰে মাতয় বৰ ৰাগে।
ভজিয়ো সুন্দৰী মোক চাহিবে নলাগে ॥
তোৰ দুই স্বামীক পঠাইলো যমঘৰ।
শীঘ্ৰে ভজিয়োক মোক বিলম্ব নকৰ ॥ ৫৭
অসুৰৰ বৰ্ণ দেখি দেৱী ভয়ে ত্ৰাস।
ত্ৰাহি ধনঞ্জয় বুলি দিলেক আটাস ॥

দ্রৌপদীৰ আৰ্ত্তনাদ শুনিয়া শ্রৱণে ।
মৃগয়া কৰিবে এৰি আসিলা অৰ্জ্জুনে ॥৫৮
আসিলেক মন পৱনৰ বেগ ধৰি ।
দেখি খটাসুৰে এৰি গৈলেক লৱৰি ॥
বৃক্ষৰ আৰালে যাই থাকিলা লুকাই ।
দ্রৌপদীক ধনঞ্জয় দেখিলেক যাই ॥৫৯
কথমপি দ্রৌপদীৰ আছে মাত্র প্রাণ ।
কিনো ভৈল প্রাণেশ্বৰী দিয়া সমিধান ॥
দ্রৌপদী বোলয় প্রভু কিবা শোধা আৰ ।
মৰিবাৰ কাল আসি মিলিলা আমাৰ ॥৬০
অসুৰে মাৰিলা যুধিষ্ঠিৰ ভীমসেন ।
মোৰ প্রাণ যায় তুমি কি কৰা অৰ্জ্জুন ॥
ভীম যুধিষ্ঠিৰ বিনে মোৰ প্রাণ যায় ।
বৃক্ষৰ গোৰত আছে অসুৰ লুকাই ॥৬১
অৰ্জ্জুনে বোলন্ত মই কৰো প্রতিকাৰ ।
মাৰিয়া পেশিবো আজি যমৰ নগৰ ॥
এহি বুলি ধনু ধৰি গৈলা আগুৱাই ।
অসুৰেও দেখা দিয়া বৃক্ষত লুকাই ॥৬২
মৈনাক পৰ্ব্বত যেন তাৰ কলেৱৰ ।
ক্রোধে ধনঞ্জয় প্রহাৰিলা পঞ্চ শৰ ॥
অৰ্জ্জুনৰ শৰচয় পৰিলা নির্ঘাতে ।
নভৈলেক অসুৰৰ কটাক্ষ মনতে ॥৬৩

আকাশক অসুৰে গৈলেক বেগ টানি।
শিলা বৃষ্টি কৰিলেক আৰ্জ্জুনক চানি ॥
অৰ্জ্জুনে হানিলা একশৰ বৰ টানে।
অসুৰৰ শৰীৰত পৰিলা সন্ধানে ॥৬৪
আৰো বাৰ আসি সিটো অসুৰ তুৰ্জ্জয়।
পৰ্ব্বত গোটেক ধৰি প্ৰহাৰ কৰয়।
পৰ্ব্বত আসয় দেখিলেক বিদ্যমান।
নৱ শৰে অৰ্জ্জুনে কৰিলা খান খান ॥৬৫
অসুৰে দেখন্ত চূৰ্ণ ভৈলন্ত পৰ্ব্বত।
বৃক্ষে বৰষিলা শৰীৰৰ বল যত ॥
অৰ্জ্জুনেও অসংখ্যাত শৰ প্ৰহাৰিলা।
আকাশত বৃক্ষ সব চূৰ্ণীকৃত কৈলা ॥৬৬
দেখি খটাসুৰে ব্ৰহ্ম-নাগপাশ লৈলা।
অৰ্জ্জুনক লাগি মন্ত্ৰ পাঠে প্ৰহাৰিলা ॥
শীঘ্ৰ বেগে নাগপাশে ফুঙ্কৰন্তে * যাই।
অৰ্জ্জুনক বান্ধিলেক মেঢ়াই মেঢ়াই ॥৬৭
বন্দী ভৈলা ধনঞ্জয় এৰাইতে নপাৰি।
বৃক্ষগোট ধৰিয়া গৈলেক আগ বাঢ়ি ॥
অৰ্জ্জুনৰ হিয়াত মাৰিলা দৃঢ় কৰি।
মূৰ্চ্চা যাই ধনঞ্জয় থাকিলেক পৰি ॥৬৮

* ফুঙ্কৰন্তে—ফুক মাৰোঁতে।

দেখিয়া অসুৰে পাছে আনন্দ কৰয় ।
মাতিবে লাগিলা দ্রৌপদীৰ মুখ চাই ॥
মাৰিলোহো ইয়ো স্বামী আৰো কিবা আশা ।
ভজিয়োক প্রাণেশ্বৰী নকৰা নৈৰাশা ॥৬৯
মোক নভজিলে তুমি নৰহিবা আৰ ।
স্বামী বিনা পতিব্রতা জীৱন ধিক্কাৰ ॥
আৰো কোনো আছে যদি তোমাৰ সহায় ।
তাক মাতা মাৰি যমপুৰে দিওঁ ঠায় ॥ ৭০
দ্রৌপদী বোলন্ত কাল ভৈলন্ত মোহোৰ ।
এহি বিপদত কোনে কৰিবে উদ্ধাৰ ॥
মোহোৰ নিমিত্তে মৰিলেক তিনি ভাই ।
আৰো মোৰ অসাৰ জীৱনে আশা নাই ॥৭১
অৰ্জ্জুন সমান বীৰ নাহি জগতত ।
তথাপিতো হত ভৈলা মোৰ কপালত ॥
মৰিলেক যুধিষ্ঠিৰ ভীম ধনঞ্জয় ।
এত দুখে বিধিয়ে ৰাখিবে নুযুৱায় ॥৭২
নকুল সহদেৱ দুই বলে নোহে সম ।
অসুৰ স্বৰূপে আসি মোৰ ভৈলা যম ॥
সিয়ো দুই পতিক মাৰিবে লাগ পাই ।
হাঁ বিধি কিনো ভৈলা মোহোৰ বিলাই ॥৭৩
এহি বুলি কান্দে দেৱী আৰ্ত্তৰাৱ কৰি ।
অসুৰে বুলিবে লৈলা সম্ভাষণ কৰি ॥

কি কাৰণে সুন্দৰী কৰস তুমি শোক।
শোক নপাইবা তুমি ভজিলে মোহোক ॥৭৪
বলে পৰাক্রমে মোত পৰে আন নাই।
আৰ কোন মাতি আনা তোমাৰ সহায় ॥
তাতে আশা কৰি তুমি নভজা মোহোক
মাতি আন মাৰি পেশো যমৰ পুৰক ॥৭৫
বলে ধৰিবাক খোজে অসুৰ দুৰ্ব্বাৰ।
মনে গুণি নধৰন্ত শাপিবাক ডৰ ॥
দ্রৌপদী বোলন্ত তই নমাতিবি আৰ।
স্বামীৰ বিয়োগে প্ৰাণ নৰহে মোহোৰ ॥৭৬
মই যদি মৰো তই পাবি কেনে কৰি।
নমাতিবি ক্ষাণিতেক থাকোঁ ধৈৰ্য্য ধৰি ॥
দ্রৌপদীৰ বাণী সত্য মানিল অসুৰে।
অন্তৰিয়া অসুৰ গৈলেক কিছু দূৰে ॥৭৭
দ্রৌপদীয়ো আসন পাৰিয়া বসিলন্ত।
একাগ্ৰতা মনে কৃষ্ণ পদ চিন্তিলন্ত ॥
আপদ সমুদ্রে পাৰ কৰা যদুৰায়।
তুমি বিনে আমাৰ বান্ধৱ আন নাই ॥৭৮
এহি বুলি দ্রৌপদী চিন্তিলা মাধৱক।
মহা তুষ্ট হুয়া প্রভু সাক্ষাত ভৈলেক ॥
ভকতৰ দুখ দেখি প্রভু কৃপাময়।
কহিলেক দ্রৌপদীক নকৰিয়ো ভয় ॥৭৯

অসুৰ হৈবেক হত তোমাৰ হাতত।
যেহি মতে বিনাশিবে কহো স্বৰূপত ॥
হস্তৰ কঙ্কণ ধৰি কৰিবা প্ৰহাৰ।
মৰি যাব খটাসুৰ যমৰ নগৰ ॥৮০
তোমাৰ স্বামীক মই জীৱাইবো সম্প্ৰতি।
এহি বুলি অন্তৰ্ধান ভৈলা যদুপতি ॥
শুনি দ্ৰৌপদীৰ মন প্ৰসন্ন আদিত্য।
সি বেলা নকুল-সহদেৱ উপস্থিত ॥৮১
অসুৰে দেখন্ত আসিলন্ত দুই ভাই।
বৃক্ষৰ আৰালে যাই থাকিল লুকাই ॥
নকুল-সহদেৱ দুই বিয়াকুল ভৈল।
দ্ৰৌপদীক সম্বোধিয়া বুলিবে লাগিল ॥৮২
কোনবা বিপদ ঘটে কহিয়ো সত্বৰ।
দ্ৰৌপদী বোলন্ত কিবা শোধা অথন্তৰ ॥
অসুৰে মাৰিলা তোমাসাৰ তিনি ভাই।
তোমা দুইক দেখি সিটো বৃক্ষত লুকায় ॥৮৩
শুনিয়া বিষম কোপ ভৈলা দুহান্তৰ।
ধনু শৰ ধৰি খেদি গৈলেক সত্বৰ ॥
মহা ক্ৰোধ কৰিয়া অসুৰে খেদি যাই।
আঙ্কোৱালি একত্ৰে দুইক আলগাই ॥৮৪
পৃথিবীত আস্ফালি পাৰিলা টান কৰি।
মূৰ্চ্চা যাই দুই ভাই থাকিলন্ত পড়ি ॥

মহাক্রোধ কৰি যাই অসুৰ দুৰ্ব্বাৰ।
বান্ধয় দুই ভাইক বলে শৰীৰৰ ॥৮৫
টানা টানি কৰি তাঙ্ক কত দূৰে নিলা।
মাৰিলেক পঞ্চপতি দ্রৌপদী দেখিলা ॥

---

## দ্রৌপদীৰ হাতত খটাসুৰৰ স্কন্ধপাত

অপাৰ সমুদ্রে ৰক্ষা নেদেখন্ত আন।
ত্রাহি কৃষ্ণ বুলি দেৱী কৰয় ক্রন্দন ॥৮৬
অসুৰে বোলন্ত দেৱী নকৰা ক্রন্দন।
শোক পৰিহৰি মোক ভজা এতিক্ষণ ॥
দ্রৌপদী শুনিয়া বোলে অৰে খটাসুৰ।
পঞ্চপতি মাৰি গৰ্ব্ব বাঢ়িলন্ত তোৰ ॥৮৭
নেউচেনি দিওঁ মই তোহোৰ মাথাত।
মোহোৰ হাতত তোৰ হইবে কন্ধপাত ॥
অসুৰে বোলয় মাৰিলোহো পঞ্চপতি।
এহি অপমানে মোক নমাতে যুৱতী ॥৮৮
ইটো দোষ ক্ষমিয়োক নকৰিবা শোক।
গাল পাতি দিওঁ লাঠি মাৰা যদি মোক।
কান্ধত কৰিয়া আমি লৈ যাবো সুন্দৰী।
অপৰাধ ক্ষমা মাথে মলছিয়ো ভৰি ॥৮৯

ধন জন ঐশ্বৰ্য্য সকলো দিবো তোক।
ৰাখিয়োক প্ৰাণেশ্বৰী দাস কৰি মোক ॥
এতেক বচনে যদি নভজস মোক।
বলে ধৰি মই তেবে হৰিবো তোমাক ॥৯০
দ্ৰৌপদী বোলন্ত তৱে পৰিবেক স্কন্ধ।
মানুষে অসুৰে কিনো আছয় সম্বন্ধ ॥
জীৱ জন্তু খাস তোৰ নাহি জাতিকুল।
মোক নমাতিবি তই অসুৰ দুন্দুৰ * ॥৯১
অসুৰে কাতৰ কৰে দান্তে তৃণ ধৰি।
নুবুলিবা খটাসুৰ মোহোক সুন্দৰী ॥
তপে জপে পৰাক্ৰমে মই বৰ লোক।
এৰিয়া জঞ্জাল প্ৰাণেশ্বৰী ভজা মোক ॥৯২
দ্ৰৌপদী বোলয় মুখ খসি যাব তোৰ।
যদি সতী পতিব্ৰতা ধৰ্ম্ম আছে মোৰ ॥
অসুৰে বোলয় কৈত ধৰ্ম্মে কৰে বাস।
এহি বুলি দ্ৰৌপদীৰ চাপিলেক পাশ ॥৯৩
বিষ্ণু বিষ্ণু স্মৰি দেৱী ভৈলেক অন্তৰ।
খেদি যায় বস্ত্ৰত ধৰিলা খটাসুৰ ॥
দ্ৰৌপদীয়ো আজোৰ মাৰিলা টান কৰি।
হামাখুড়ি † খাই সিটো পড়িলা উফৰি ॥৯৪

* দুন্দব—দুৰন্ত।

† হামাখুড়ি—মুখ ৰৈকেচা

লজ্জা পাই খটাসুৰ নাহি স্মৃতি জ্ঞান।
মাৰিলেক দ্ৰৌপদীক ছাপৰেক টান ॥
তযু পঞ্চপতি একে লগে ভৈলা হত।
তোৰ এত মান মত্ত মোহোৰ হাতত ॥৯৫
এহি বুলি হাতত ধৰিলে খেদি যাই।
দ্ৰৌপদীয়ো লাঠি মাৰিলন্ত ছেগ চাই ॥
লাঠি পায় অসুৰেও গুণন্ত মনত।
জানিলো হুইবে মৃত্যু বনিতা ✽ হাতত ॥৯৬
ব্ৰহ্মা বৰ দিয়া ইটো কহে বিদ্যমান।
পুৰুষ যুদ্ধত হাব নহে কদাচন ॥
নাৰীয়ে সহিত যুদ্ধ মিলে যি বেলাত।
সেহি বেলা তোহোৰ হুইবে কন্ধপাত ॥৯৭
আজি যোনো সেহি কথা হুইবে সাম্ফল।
এহি ভাবি অসুৰৰ মনত বিকল ॥
মনে গুণি বোলে মই আৰ কিবা চাওঁ।
মাৰি দ্ৰৌপদীক আজি সমূলে পঠাওঁ ॥৯৮
ইহাক মাৰন্তে মোৰ কিবা হৈবো ছাই।
এহি বুলি আস্ফালিয়া ক্ৰোধে খেদি যায় ॥
দ্ৰৌপদীক চাপৰ মাৰিলা অতি বৰে।
স্তম্ভিত হইয়া দেৱী বিষ্ণু বিষ্ণু স্মৰে ॥৯৯

---

✽ বণিতা—তিৰোতা।

বিকথিয়া অসুৰে মাতয় মুখ চাই ।
তথাপিতো সতী দেৱী ওচৰ নলয় ॥
দ্ৰৌপদী বোলন্ত বৰ মুনিষ দেখাস ।
মোহোৰ হাতত বেটা যাইবি যমপাশ ॥১০০
ক্ৰোধে উৰু শিৰ কম্পে বিৱৰ্ণ বদন ।
অসুৰক বধিতে দেৱীৰ ভৈলা মন ॥
চন্দ্ৰ-সূৰ্য্য দেৱ সৱে আৰাধিয়া মন ।
দক্ষিণ হাতৰ দেৱী খসাইলা কঙ্কণ ॥১০২
প্ৰকাশ কৰয় যেন আদিত্য প্ৰমাণ ।
লহ লহ কৰে দেখি অগনি সমান ॥
ঈশ্বৰৰ সুদৰ্শন চক্ৰ যেন ঠান ।
সেহিমত প্ৰকাশয় দেৱীৰ কঙ্কণ ॥
মাধৱক স্মৰিয়া মাৰিলা লক্ষ্য কৰি ।
কাটিলেক মাথা তাৰ পৰিল বাগৰি ॥
গল ছেদি অসুৰৰ তেখনে কঙ্কণ ।
যাজ্ঞসেনী সমীপত ভৈলা উপসন ॥১০৩
পৰ্ব্বত সমান ঢলি পৰিল অসুৰ ।
টল মল কৰি মহী কম্পে কতদূৰ ॥
দ্ৰৌপদীৰ হাতত অসুৰ হত ভৈল ।
জয় জয় কৰি দেৱে পুষ্প বৰষিল ॥১০৪
যৈতে মৰি পড়ি আছে পাণ্ডু পুত্ৰগণ ।
শীঘ্ৰ বেগে দ্ৰৌপদী চলয় সেহি স্থান ॥

যুধিষ্ঠিৰ নৃপতিৰ চৰণত ধৰি।
বিস্তৰ কান্দিলা গুণ সুমৰি সুমৰি ॥১০৫
ভীমক সাৱটি ধৰি কান্দিলা বিস্তৰ।
গলে ধৰি কান্দিলেক বীৰ অৰ্জ্জুনৰ ॥
নকুল সহদেৱক সাৱটি কান্দিলন্ত।
মোহোৰ কাৰণে পঞ্চ পতি মৰিলন্ত ॥১০৬
তিনিয়ো লোকত মই ভৈলো কলঙ্কিণী।
এহি বুলি যাজ্ঞসেনী কান্দন্ত আপুনি ॥
ই বেলাত নেদেখিলো প্ৰভু কৃপাময়।
স্বামীৰ বিয়োগে প্ৰাণ তেজিব নিশ্চয় ॥১০৭
এহি বুলি দেৱা মৰিবাক লাগি যান্ত।
দ্ৰৌপদীক দেখিয়া যে প্ৰভু ভগৱন্ত ॥
লাৱণ্য মূৰ্ত্তি আতি শৰীৰ উজ্জ্বল।
আজানুলম্বিত বাহু মকৰ কুণ্ডল ॥১০৮
শঙ্খ চক্ৰ গদা পদ্ম চাৰি অস্ত্ৰ ধৰি।
দ্ৰৌপদীক দেখা দিয়া মাতিলন্ত হৰি ॥
শ্ৰীকৃষ্ণে বোলয় চিন্তা নকৰিবা আৰ।
জীয়াইবো স্বামীক আমি এক্ষণে তোমাৰ ॥১০৯
শুনি দ্ৰৌপদীৰ আনন্দৰ নাহি পাৰ।
দণ্ডৱতে পৰি কৰিলন্ত নমস্কাৰ ॥
ওহে জগন্নাথ দেৱ অনাথ বান্ধৱ।
আপদ সাগৰে পাৰ কৰিয়ো মাধৱ ॥১১০

দ্রৌপদীৰ কাৰুণ্য শুনিয়া দামোদৰ ।
যুধিষ্ঠিৰ নৃপতিৰ চাপিলা ওচৰ ॥
চাৰি হাতে নৃপতিৰ মাজিলা শৰীৰ ।
নিদ্ৰাৰ জাগিয়া বসিলন্ত যুধিষ্ঠিৰ ॥১১১
দণ্ডৱতে পৰি ৰাজা কান্দিলা বিস্তৰ ।
তুমি বিনে আমাসাৰ নাহিকে উদ্ধাৰ ॥
জীয়ায়োক চাৰি ভাই মৰিয়া আছয় ।
সংসাৰ সাগৰে তুমি দিয়োক অভয় ॥১১২
ৰাজাৰ এতেক শুনি কোমল বচন ।
চাৰিৰো শৰীৰে দৃষ্টি কৰিলা তেখন ॥
দৃষ্টি পাই মাধৱৰ তেখনে উঠিলন্ত ।
চাৰিৰো গাৱৰ বান্ধ কৃষ্ণে মেলিলন্ত ॥১১৩
খণ্ডাইলা দুৰ্গতি কৃষ্ণে হুইয়া সদয় ।
নৃপতিক চাহি বোলে কৃষ্ণ কৃপাময় ॥
শুনা ৰাজা তোমাত কহিলো প্ৰিয়-বাণী ।
আপদ কালত চিন্তা নকৰিবা তুমি ॥১১৪
তুমি পঞ্চ জন যেন মোৰ জীৱ প্ৰাণ ।
নাহিকে বান্ধৱ আৰ তোমাৰ সমান ॥
এতেক কহিয়া নৃপতিক প্ৰবোধিলা ।
চাৰিকো চাহিয়া কৃষ্ণে বুলিবে লাগিলা ॥১১৫
শুনা বৃকোদৰ শুনা ওহে ধনুৰ্দ্ধৰ ।
শুনা ওহে দুই ভাই যমজ কুমাৰ ॥

তোমাসবে আমাৰ আছয় বহু মৰ্ম্ম।
দ্ৰৌপদী ৰাখিলা আজি তোমাসাৰ ধৰ্ম্ম ॥১১৬
এতেকতে যাৱা সবে দ্ৰৌপদীৰ ঠাই।
আপদ কালত ৰক্ষা কৰিবোহো মই ॥
এহি বুলি অন্তৰ্ধান ভৈলা ভগৱান।
খণ্ডোক ছুৰ্গতি হৌক কৃষ্ণত ধিয়ান ॥১১৭
শুনা সাধু জন পদ ভাৰত সম্প্ৰতি।
কৃষ্ণ সেৱা বিনে নাই কলিযুগে গতি ॥
মাধৱৰ চৰণ পঙ্কজ কৰি সাৰ।
বোলা ৰাম ৰাম কৰা পুৰুষ উদ্ধাৰ ॥১১৮

---

## ৫ পাণ্ডৱৰ নৈমিষাৰণ্য ত্যাগ

## ছবি

এহি শুনি পঞ্চ ভাই, বন মাজে চলি যায়,
দ্ৰৌপদীক প্ৰশংসা কৰিয়া।
বহু ছুখ শোক কৰি, বসি আছে বৰ নাৰী,
পঞ্চ জন স্বামীয়ে দেখয় ॥
গুচিলেক শোক ছুখ, দেখিয়া স্বামীৰ মুখ,
সবাহাঙ্কে কৰিলা আশ্বাস।
দ্ৰৌপদীক পঞ্চ জনে, বোলে আতি সম্ভাষণে,
আমা হন্তে পাইলা বৰ ছুখ ॥১১৯

PLEASE HANDLE THE BOOK CAREFULLY.


এহি বুলি পঞ্চ ভাই, দ্রৌপদীক সঙ্গে লই,
ঋষি সমাজক চলি যায়।
আঠাইশ সহস্র ঋষি, বিষ্ণু স্মৰি আছে বসি,
প্রণাম কৰিলা পঞ্চ ভাই ॥
দুখৰ কাৰণ যত, প্রকাশিলা সমাজত,
কান্দি কান্দি শোকাকুল ভাৱে।
হেন দেখি ঋষি যত, কৰিলন্ত আশীর্ব্বাদ,
তোমাসাৰ হৌক চিৰঞ্জীৱ ॥১২০
দ্রৌপদীক ঋষিগণে, প্রশংসয় ঘনে ঘনে,
ধন্যা তুমি পতিব্রতা সতী।
ধন্য ৰাজা যুধিষ্ঠিৰ, ধন্য চাৰি সহোদৰ,
ভার্য্যা লভি আছা গুণৱতী ॥
শুনি যুধিষ্ঠিৰ ৰায়, ঋষি সমস্তক চাই,
কৰযোৰে বুলিলা বচন।
আমাসাৰ দুখ যত, কি কহিবো সমাজত,
কহোঁ এক আত্ম নিবেদন ॥১২১
ইটো বনবাস দুখ, সহিয়া থাকিবো কত,
ভাগ্যে ৰৈলা আমাসাৰ প্রাণ।
নথাকিবো ইঠানত, চলো অন্য অৰণ্যত,
এহি আজ্ঞা কৰা ঋষিগণ ॥
এহি শুনি ঋষিচয়, বুলিলা তাঁহাক চাই,
ৰাজা তুমি যেহি ইচ্ছা কৰ।

এত শুনি ৰঙ্গ মনে, চলিলেক সৰ্ব্বজনে,
মনে চিন্তি চৰণ কৃষ্ণৰ ॥১২২
শুনা সভাসদ লোক, পাণ্ডুৰৱ গুণ শোক,
কৃষ্ণ পদ হৃদয়ত ধৰি।
কৃষ্ণ বিনে নাহি গতি, ৰহৌক চৰণে মতি,
ডাকি সবে বোলা হৰি হৰি ॥১২৩

---

## পাণ্ডৱৰ কল্যাণ বনলৈ গমন আৰু অজগৰৰ প্ৰশ্নোত্তৰ

## পদ।

বৈশম্পায়ন বদতি শুনিয়ো জন্মিজয়।
কল্যাণ বনক লাগি পাণ্ডৱ চলয় ॥
ঋষিগণ সঙ্গে যায় দ্ৰৌপদী লগত।
ভাগৰে পীড়িলা সবে ভৈলা অশকত ॥১২৪
কাতৰ ভৈলন্ত সবে ৰৌদ্ৰৰ তাপত।
বসিলন্ত যায় সবে বৃক্ষৰ ছায়াত ॥
যুধিষ্ঠিৰে বোলন্ত শুনিয়ো বৃকোদৰ
পিয়াসে নৰহে প্ৰাণ শুখাল অন্তৰ ॥
মিলিল অসুখ মোৰ বাপ বৃকোদৰ।
জল আনি তুমি মোৰ প্ৰাণ ৰক্ষা কৰ ॥

ৰাজাৰ বচনে ভীম গদা হস্তে ধৰি।
জল বিচাৰিয়া গৈল আতি শীঘ্ৰ কৰি ॥১২৬
ঘোৰ বন মাজে নেদেখয় দিশ পাশ।
কোন দিশে যায় একো নপান্ত উদ্দেশ ॥
এক উচ্চ বৃক্ষত উঠিলা বৃকোদৰ।
যোজনৰ পন্থে দেখে দিব্য সৰোবৰ ॥১২৭
বৃক্ষ হন্তে নামি ভীম তৈকে গৈলা চলি।
সৰোবৰ পাইলে গৈয়া ভীম মহাৱলী ॥
যোজনৰ পন্থ দেখে সৰোবৰ পাৰ।
উপৰত পিট পৰি আছে ভয়ঙ্কৰ ॥১২৮
তহিতে আছয় এক সৰ্প অজগৰ।
সেহি কথা মনে নজানয় বৃকোদৰ ॥
জল খাইবে যায় পশু পক্ষী জীৱগণ।
সেহি অজগৰে ধৰি কৰয় ভোজন ॥১২৯
নামিবাৰ চিহ্ন তাত দেখে ভীমসেন।
উঠিবাৰ চিহ্ন নেদেখয় কোন স্থান ॥
ভীমে বোলে ইটো কিনো আশ্চৰ্য্য কথন।
উঠিবাৰ চিহ্ন নেদেখোহো পশুগণ ॥১৩০
নজানো আছয় কিবা জলৰ মধ্যত।
আটাস পাৰিলে এক বল মানে যত ॥
ভীমৰ আটাস অতি শুনি ভয়ঙ্কৰ।
ভীত হুয়া মাথা তুলি চাহে অজগৰ ॥১৩১

অৰ্দ্ধেক পুষ্কৰ্ণী জুৰি মুণ্ড গোট বৰ।
লহ লহ জীহ্বা আতি দেখি লাগে ডৰ ॥
ভীমে দেখি কোনো ভয় নকৰি মনত।
গদা হস্তে ধৰি যায় নামিল জলত ॥১৩২
দেখি কোপে খেদিয়া গৈলেক অজগৰ।
লেঞ্জে মেঢ়াই ধৰিলেক কঙ্কালে ভীমৰ ॥
পাতাল সদৃশ কৰি মুখ প্ৰকাশয়।
কামুৰিয়া ভীমক গিলিল লতৰাই * ॥১৩৩
বজ্ৰ সম ভীমৰ শৰীৰ ভয়ঙ্কৰ।
জীৰ্ণ কৰিবাক নপাৰিলে অজগৰ ॥
পিটৰ তলত নিয়া ভীমক ৰাখিলা।
শুনিয়োক পাছে যুধিষ্ঠিৰে যি কৰিলা ॥১৩৪
ভীমক যাইতে নেদেখিয়া নৃপবৰ।
অৰ্জ্জুনৰ মুখ চাই বুলিলা উত্তৰ ॥
ভীমৰ লৈয়োক লাগ বিলম্ব নকৰি।
চলিলেক ধনঞ্জয় হাতে ধনু ধৰি ॥১৩৫
ভীমৰ পঞ্জাল দেখি যান্ত মহাবীৰ।
কতোক্ষণে লভিলেক সৰোবৰ তীৰ ॥
দেখে ভীম জল মধ্যে নামিয়া আছয়।
উঠিবাৰ চিহ্ন নেদেখয় ধনঞ্জয় ॥১৩৬

---

* লতৰাই—লোভেৰে।

কিবা গ্ৰাহ আছে ইটো জলৰ ভিতৰ ।
সেহি যোনো ধৰি খাইলে বীৰ বৃকোদৰ ॥
কেনমতে কৰিবো দাদাৰ প্ৰতিকাৰ ।
এহি বুলি ধনঞ্জয় ধৰি ধনুশৰ ॥১৩৭
সাৱধানে ধনঞ্জয় নামিল জলত ।
দুই হাতে ধৰি অজগৰৰ গলত ॥
বামক লাগিয়া ধনঞ্জয় লৈয়া যায় ।
অজগৰে ধৰিলেক লেঙ্গুৰে মেঢ়াই ॥১৩৮
বলে ধৰি নিলা টানি পিটৰ তলক ।
তৈতে ৰাখিলেক ভীমসেন অৰ্জ্জুনক ॥
বৈশম্পায়ন বদতি শুনিয়ো জন্মিজয় ।
পাছে যি কৰিলা ৰাজা কুন্তীৰ তনয় ॥১৩৯
যুধিষ্ঠিৰে দেখে নাসিলন্ত দুই ভাই ।
মাতিলেক সহদেৱ নকুলক চাই ॥
জল আনিবাক গৈল বীৰ বৃকোদৰ ।
নাসিবাক দেখি যায় ধনঞ্জয় বীৰ ॥১৪০
কিবা অথন্তৰ ভৈল নাসে এত বেলি ।
নকুল সহদেৱ দুই যাৱা শীঘ্ৰে চলি ॥
ৰাজাৰ আদেশ শুনিলন্ত দুয়ো ভাই ।
ত্বৰিত গমনে সৰোবৰ পাইলা যাই ॥১৪১
খোজ পৰি আছে ভীম নামিছে জলত ।
উঠিবাৰ চিহ্ন নেদেখয় উপৰত ॥

তাহাৰ পাছত জলে নামিছে অৰ্জ্জুন।
উঠিবাৰ চিহ্ন নাহি দেখো কোন স্থান ॥১৪২
থিৱয় মৰিল যেন ভৈল বজ্রপাত।
শুখাইল শৰীৰ শ্রুতি নাহিকে গাৱত ॥
ভীম ইন্দ্র সুত দুইকো বিচাৰি নাপাই।
জল আনিবাক নামিলন্ত দুই ভাই ॥১৪৩
অজগৰে মাথা তুলি চাহে টেৰ কৰি।
জাম্প দিয়া দুভাইক গিলিলন্ত ধৰি ॥
পাণ্ডু পুত্রগণ বজ্র সম কলেৱৰ।
জীৰ্ণ কৰিবাক নপাৰিলা অজগৰ ॥১৪৪
পিট তল কৰি পেট ৰাখিলা লুকাই।
মুণ্ড তুলি অজগৰে ৰৈলা বাট চাই ॥
যুধিষ্ঠিৰে দেখে নাসিলেক চাৰি ভাই।
অথন্তৰ ভৈলা বুলি জানিলা নিশ্চয় ॥১৪৫
ঋষিক সহায় কৰি দ্রৌপদীক থৈলা।
বিৰস বদনে ৰাজা তৈকে লাগি গৈলা ॥
খোঁজ গুড়ি চিনি গৈয়া পাই সৰোবৰ।
নামিছে জলত দেখে চাৰি সহোদৰ ॥১৪৬
উঠিবাৰ চিন নেদেখয় নৃপবৰ।
পিটৰ উপৰে দেখিলন্ত অজগৰ ॥
ঢোল যেন পেট, মুখ মেলিয়া আছয়।
পিটৰ উপৰে ৰহি আহাৰ ভক্ষয় ॥১৪৭

গজি আছে গাছ বন শৰীৰ উপৰে।
কোন তই বুলি পুছিলন্ত নৃপবৰে॥
ভয়ঙ্কৰ সৰ্পৰ আকাৰ আছা ধৰি।
চাৰি ভাই খালি তই জানো নিষ্ঠ কৰি॥১৪৮
কিবা দেৱতাৰ মায়া আতি ভয়ঙ্কৰ।
কোন তই বুলি মাতিলেক অজগৰ॥
নৃপতি বোলয় মই ধৰ্ম্মৰ তনয়।
যুধিষ্ঠিৰ নাম মোৰ জগতে জানয়॥১৪৯
কৌৰবে পাশাত জিনি পঠাইলা বনক।
কহিলো তোমাত মই কথা স্বৰূপক॥
অজগৰে বোলে যদি ধৰ্ম্মৰ তনয়।
চাৰি গোট শ্লোক কথা পুছিবোহো মই॥১৫০
সংক্ষেপ কৰিয়া কহা কোনবা বহল।
কোনবা উচ্চতা আছে কহিয়ো সকল॥
বেগৱন্ত কোন জন কহা মহাবল।
সবাত কৰিয়া বৰ কোনবা অচল॥১৫১
কহিয়োক এহি চাৰি শ্লোকৰ কাৰণ।
কহিলে প্ৰত্যয় হয় তোমাৰ বচন॥
যুধিষ্ঠিৰে বোলে মই কহিবো সকল।
সবাত কৰিয়া জান পৃথিবী বহল॥১৫২
উচ্চতা সবাত কৰি আকাশ হোৱয়।
তাহাৰ উচ্চতা আৰো ধৰ্ম্ম বুলি কয়॥

বেগৱন্ত পবন সদৃশ কোন নাই।
তাত কৰি বেগৱন্ত মন সমুদাই ॥১৫৩
সবাত কৰিয়া বৰ দেৱ সৃষ্টি কৰ।
কল্পনাৰ অতীত যিনি প্ৰভু নিৰাকাৰ ॥
অজগৰে বোলে মই কহিলো নিশ্চয়।
স্বৰূপত হোৱা তুমি পাণ্ডুৰ তনয় ॥১৫৪
তুমি সে নিশ্চয় মোক কৰিবা উদ্ধাৰ।
গিলিয়া আছোহোঁ মই চাৰি সহোদৰ ॥
এহি বুলি বামক উঠিলা সৰ্পৰাজ।
দেখাইলন্ত নৃপতিক পেট কৰি বাজ ॥১৫৫
হাত মেলি যুধিষ্ঠিৰ নকুলক আনি।
পাছে সহদেৱক আনিলা মহামানী ॥
অৰ্জ্জুন ভীমক আনিলন্ত বীৰবৰ।
উঠিয়া বসিলা পাছে চাৰি সহোদৰ ॥১৫৬
অজগৰে বোলে মোক কৰিয়ো উদ্ধাৰ।
পৰশ কৰিয়ো আসি শিৰত আমাৰ ॥
শুনি যুধিষ্ঠিৰ সৰ্প-মুণ্ডে দিলা হাত।
সৰ্প গুচি ভৈলা মহা পুৰুষ সাক্ষাত ॥১৫৭
যুধিষ্ঠিৰ ৰাজাক কৰিলা বহুমান।
আকাশপৰা আসি পাইলেক বিমান ॥
পঞ্চ ভাইক প্ৰণামিয়া চড়ি বিমানত।
স্থিতি লভিলেক যাই সপ্তম স্বৰ্গত ॥১৫৮

চাৰি ভাই সঙ্গে কৰি ৰাজা চলি যায়।
ঋষিগণ দ্রৌপদী আছয় যেহি ঠাই ॥
ৰহিলেক যাই সবে কল্যাণী বনত।
বৈশম্পায়ন কহে জন্মিজয়ৰ আগত ॥১৫৯

---

## ৰজা নহুষৰ অজগৰত্ব প্ৰাপ্তিৰ বিৱৰণ

যেনমতে নহুষ ভৈলেক অজগৰ।
কহো সিটো কথা শুনিয়োক নৃপবৰ ॥
কৰিলন্ত নৃপতি অসংখ্য দান ব্রত।
পুণ্য বলে বাঞ্চিলেক সপ্তম স্বৰ্গত ॥১৬০
অম্রাৱতী পুৰত নাহিকে পুৰন্দৰ।
পদ্মৰ পত্ৰত আছে সহস্ৰ বছৰ ॥
দৈত্যে মাৰি লৈবেক খোজয় অম্রাৱতী।
দেৱ সমে আলচ কৰিলা বৃহস্পতি ॥১৬১
সপ্তম স্বৰ্গক যাই নহুষ নৃপতি।
তাক আনি ইন্দ্ৰ আমি কৰিবো সম্প্ৰতি ॥
তেবেসে দৈত্যৰ পৰা পাব পৰিত্ৰাণ।
নহুষৰ পাশে চলিলেক দেৱগণ ॥১৬২
দেৱগণে নহুষেয়ো কৰিলা যুগুতি।
নহুষে বোলয় কথা শুনিয়ো সম্প্ৰতি ॥

সতী শচী বৰে যদি ইটো তেবে কথা ।
হওঁ মই ইন্দ্ৰ তেবে নহবে অন্যথা ॥১৬৩
এহি কথা কহিলেক শচীৰ আগত ।
শচী বোলে মই নবৰিম কদাচিত ॥
*অযানক যান কৰি আনিবাক পাৰে ।
তবে মই বৰিবাক পাৰো সাৰে সাৰে ॥১৬৪
এহি কথা কহিলেক নহুষৰ আগে ।
নহুষে বোলয় মোৰ ইটো বৰ ভাগ্যে ॥
পৃথিবীৰ পশু পক্ষী যত জীৱগণ ।
শুনিয়াছো সৰ্ব্বজন হৈয়াছে বাহন ॥১৬৫
মনুষ্যত বাহন আছয় দ্বিজগণ ।
আতপৰে অবাহন নাহি কোন স্থান ॥
এহিমতে গুণি গান্থি নহুষ ৰাজন ।
আদেশিলা ধৰি আন যতেক ব্ৰাহ্মণ ॥১৬৬
ৰাজাৰ আদেশে দূত দশ দিশে গৈলা ।
পণ্ডিত ব্ৰাহ্মণ সব বিচাৰি আনিলা ॥
দেৱ ঋষি ৰাজ ঋষি গৈলা যত যত ।
ধৰি আনি দিলা দূতে ৰাজাৰ আগত ॥১৬৭
নহুষে বোলয় শুনিয়োক ঋষি লোক ।
অমাৱতীপুৰে সবে লৈয়া চলা মোক ॥

---

* যি বাহনত কোনেও কেতিয়াও উঠা নাইকিয়া, এনে বাহন দ্বাৰা ইন্দ্ৰপুৰলৈ আহিলে মই স্বামিত্বে বৰণ কৰিব পাৰোঁ ।

তোমাসবে মিলি মোক লৈয়ো দোলা কৰি।
মই ইন্দ্র হৈবে খুজো অম্রাৱতীপুৰী ॥১৬৮
ব্রাহ্মণসকলে বোলে নুবোলাহা আক।
কাটিলেও নুৱাৰিবো দোলা বহিবাক
শুনিয়া নহুষ ৰাজা ক্রোধে জ্বলি গৈলা।
ব্রাহ্মণ সবৰ আগে দোলা সাজি থৈলা ॥১৬৯
দোলা লোৱা বুলি সবে কৰে আতি ৰোল।
ব্রাহ্মণসবৰ নুশুনয় মাত বোল ॥
গোচৰ কৰয় সবে নৃপতিৰ ঠাই।
ৰাজা বোলে গুৰু সব এৰান নাযায় ॥১৭০
ঝাণ্টে কৰি লহ দোলা বিলম্ব নকৰ।
দূতক চাহিয়া ৰাজা বোলে পুনৰ্ব্বাৰ ॥
আৰো কিবা চাহ ব্রাহ্মণৰ এত গৰ্ব্ব।
ধৰাধৰি সমস্তৰে মান কৰা খৰ্ব্ব ॥১৭১
ৰাজাৰ বচন হেন শুনি দূতচয়।
ব্রাহ্মণসবক যুতি * দোলা তুলি দেয় ॥
ৰাজা উঠিলেক যাই দোলাৰ উপৰ।
শচী পাশে চলিলন্ত কান্ধে ব্রাহ্মণৰ ॥১৭২
বহিবে নোৱাৰে দোলা কান্ধ ফাটি যায়।
দোলাখান মাটিতে পেল্লালা ছেগ চাই ॥

:তি—বান্ধি, যোগকৰি।

উঠি উঠি লৰ মাৰে প্ৰাণৰ কাতৰে।
দূতগণে লৰ ৰি পাছত খেদি ধৰে ॥১৭৩
মাৰি ধৰি পুনৰপি দোলা তুলি দেয়।
বহিবে নোৱাৰি দোলা মাটিত পেহ্লায় ॥
নিবাক নোৱাৰু দোলা ভাৰী গুৰুতৰ।
সকল ব্ৰাহ্মণে বোলে হোৱা অজগৰ ॥১৭৪
তেখনে মিলিল আসি শাপ ব্ৰাহ্মণৰ।
নহুষ নৃপতি ভৈলা সৰ্প অজগৰ ॥
দণ্ডৱতে পৰিয়া বোলন্ত স্তুতি বাক।
শাপ মুক্ত হৈবে গুৰু বৰ দিয়া মোক ॥১৭৫
ভৃগু আদি ঋষিগণ ভৈলন্ত সদয়।
নৃপতিক চাহি বুলিলন্ত ঋষিচয় ॥
যি বুলিলো সেহি শাপ নুহিবে খণ্ডন।
উপায় এক কহো শুনা মুক্তিৰ কাৰণ ॥১৭৬
সহস্ৰ বছৰ থাক হৈয়া অজগৰ।
পাণ্ডৱত হন্তে মুক্তি হুইবে তোমাৰ ॥
সহস্ৰ বছৰ অন্তে শাপ মুক্ত হৈবে।
পাণ্ডৱৰ পঞ্চ ভাই বনবাসে যাবে ॥ ১৭৭
কল্যাণ বনত আছে এক সৰোবৰ।
আগে গৈয়া থাক তৈতে হুয়া অজাগৰ ॥
পানী আনিবাক যাইবে পাণ্ডুপুত্ৰগণ।
সেহি বেলা তাসম্বাক পাবে দৰশন ॥১৭৮

চাৰিটী শ্লোকৰ যিটো অৰ্থক কহয় ।
সেহি জন জানিবাহা ধৰ্ম্মৰ তনয় ॥
পৰশিলে হৈবে তযু শাপৰ মুকুত ।
এতিক্ষণে যাই তুমি থাকা পুষ্কৰ্ণীত ॥১৭৯
এহি বুলি ব্ৰাহ্মণসকল চলি গৈলা ।
শুনা আত অনন্তৰে যেন কথা ভৈলা ॥
নহুষ পৰিল পৃথিবীত গিৰিশাই ।
কল্যাণ বনত বৈলা অজগৰ হুই ॥১৮০
পূৰ্ব্ব সংস্কাৰে যুধিষ্ঠিৰে লাগ পাই ।
নহুষক উদ্ধাৰিলা সৰোবৰে যাই ॥
শুনিয়োক সৰ্ব্বজন কৃষ্ণকথা সাৰ ।
সন্তৰ সঙ্গত হয় পাপীয়ো উদ্ধাৰ ॥১৮১
সাধু সঙ্গে বসি কৰে কৃষ্ণকথা সাৰ ।
মনুষ্য জনমে লাভ নাহি আতপৰ ॥
ভণে ৰাম সৰস্বতী এৰা আন কাম ।
খণ্ডোক দুৰ্গতি ডাকি বোলা ৰাম ৰাম ॥১৮২

সম্পূৰ্ণ

# জঙ্ঘাসুৰ বধ

কবি ৰামসৰস্বতী বিৰচিত

দত্তবৰুৱা ব্ৰাদাৰ্চ এণ্ড কোং
নলবাৰী, কামৰূপ, অসম।
১৯৪৭ চন

মূল্য ৸০ অনা।

প্ৰকাশক—
শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱা, বি, এ
দত্তবৰুৱা ব্ৰাদাচ এণ্ড কোং
নলবাৰী, কামৰূপ, অসম।

প্ৰবৰ্ত্তক প্ৰিণ্টিং এণ্ড হাফটোন লিঃ, ৫২।৩ বহুবাজাৰ ষ্ট্ৰীট, কলিকাতা
পৰা শ্ৰীফণিভূষণ ৰায়ৰ দ্বাৰা মুদ্ৰিত।

শ্ৰীশ্ৰীকৃষ্ণায় নমঃ ।

# জঙ্ঘাসুৰ বধ

## পদ

### বন্দনা

জয় জয় ভকতবৎসল মহাদেৱ ।
ব্ৰহ্মা হৰ গৌৰী আদি যাক কৰে সেৱ ॥
নমো নমো পৰম ঈশ্বৰ গদাধৰ ।
ভকতক দায়া কৰি ফুৰা দামোদৰ ॥ ১
মাতৃ সৰস্বতী যদি হোৱে কণ্ঠাগত ।
তেবে বনপৰ্ব্ব পদ কৰিবো বেকত ॥
গৰুড় উড়াও দেখি কীট লুয়া ধাওঁ ।
মউপিয়া ছাতকে পৰ্ব্বত তুলি লওঁ ॥ ২
তথাপিতো পদ কৰিবাক ভৈল মন ।
কৰযোৰ কৰি কহো শুনা সাধুজন ॥
যদি বঢ়া টুটা হোৱে কহিলো তোমাত ।
নিন্দা নকৰিবা মোক ধৰোঁ চৰণত ॥ ৩
জন্মিজয় * বোলে মোৰ মিলিল সংশয় ।
বঘাসুৰে বধি পাছে পিতা মহাশয় ॥

বৈদৰ্ভ দেশৰ সুৱৰ্ণ কুসুম বনত পঞ্চ পাণ্ডৱৰ বাস

সুৱৰ্ণ-কুসুম-বন দেখিতে বিস্ময় ।
সুৱৰ্ণৰ ফল ফুলে জ্বলিয়া আছয় ॥ ৪

* জন্মেজয় ।

তহিতে পশিলা পাণ্ডৱৰ পঞ্চ ভাই ।
পত্ৰৰ গৃহক বান্ধি ৰৈলা সেহি ঠাই ।
বিনা দোষে মহামানী বীৰ বৃকোদৰে ।
জঙ্ঘাসুৰে বান্ধি নিলা আপুন নগৰে ॥ ৫
ঋষিয়ে বোলন্ত তুমি শুনা জন্মিজয় ।
মহাবীৰ ভীমসেন কাকো নুগুণয় ।
সপ্তদিন হন্তে অন্ন জল একো নাই ।
হেন দেখি বুলিলন্ত যুধিষ্ঠিৰ ৰায় ॥ ৬
শুনিয়োক বৃকোদৰ আমাৰ বচন ।
সাতদিন অন্ন নাহি নৰহে জীৱন ॥
দৈৱৰ বিপাক বিধি লিখিলা কপালে ।
শকুনিতে বাদ মাত্ৰ ভুঞ্জো কৰ্ম্মফলে ॥ ৭
হা হৰি দৈৱকীনন্দন বাসুদেৱ ।
তোমাৰ চৰণে কৰো লক্ষকোটি সেৱ ॥
অৰ্জ্জুন নকুল দুয়ো চলিও লগত ।
ফল মূল কিছুমান লৈয়োক সতত ॥ ৮
কাহাক যে হিংসা নকৰিবা মোৰ বাণী ।
আমাৰ আদেশে চলি যাহা তিনি প্ৰাণী ॥
অবিচাৰে হিংসা কৰি যাতনা ভুঞ্জায় ।
নৰক-পলুই তাক বেঢ়ি বেঢ়ি খায় ॥ ৯
হেন শুনি বৃকোদৰ বুলিলা বচন ।
ত্ৰিভুৱনে যশ গাৱে সত্য পাণ্ডুগণ ॥

হেনয় সত্যত থাকি আমাৰ বিলায়।
সেহি বেলা কৈবে লৈলা যুধিষ্ঠিৰ ৰায়॥ ১০
প্ৰথমতে অসত্যক দেখি সুমধুৰ।
পৰকালে ঘটে তাৰ ঘোৰ অথন্তৰ॥
এহি বুলি যুধিষ্ঠিৰ মৌনহুয়া ৰৈলা।
অৰ্জ্জুন নকুল বৃকোদৰ প্ৰণামিলা॥ ১১
আশীৰ্ব্বাদ কৰিলন্ত যুধিষ্ঠিৰ ৰায়।
ফল বিচাৰন্তে চলিলেক তিনি ভাই॥
যেনমতে সিংহ চলি একযূথে যায়।
সেহি ৰূপে চলিলেক আনন্দ সদায় ১২
অন্ন নাহি তথাপিতো শৰীৰ জ্বলয়
কিঞ্চিতোকো নাহি দুখ আনন্দ কৰয়।
যাহন্তে দেখিলা এক কুসুম উদ্যান।
সুবৰ্ণ-কুসুমে পূৰ্ণ দেখিতে সুঠান॥ ১৩
দীৰ্ঘে প্ৰস্থে চল্লিশ হাজাৰ প্ৰহৰৰ।
দেখন্তে সুন্দৰ সিটো থান মনোহৰ॥
তাহাৰ মধ্যত এক সৰোবৰ আছে।
ফলে ফুলে আমোদিত জলে চাৰিকাষে॥ ১৪
কোকিলৰ কুহুঁ কুহুঁ ভ্ৰমৰা গুঞ্জৰে।
জলচৰ পক্ষী সবে তাতে নাদ কৰে॥
পুষ্পচয় চুম্পি মধুকৰে কৰে ৰোল।
কতো উৰে কতো পৰে প্ৰেমত বিভোল॥ ১৫

তমাল মালতী শেফালিকা যূতি জাঁই।
বকুল বন্ধূলি কৰবীৰ ধূস্তুৰায়।
ইসবক আদি কৰি আছে পুষ্পচয়।
তাক নকহিলো পদ বাহুল্যক ভয়॥ ১৬
হেন দেখি তিনি ভাই গৈলা লৰালৰি।
সমীপ চাপিলা তিনি জনে ৰঙ্গ কৰি॥
ভীমসেনে বোলে ইটো কিনো বিপৰ্য্যয়।
ইটো সৰোবৰ কোনে নিৰ্ম্মিয়া আছয়॥ ১৭
অৰ্জ্জুনে বোলন্ত দাদা শুনা মহাশয়।
ইহাৰ নামক মই জানোহো নিশ্চয়॥
অসংখ্য মৎস্য কূৰ্ম্ম নাহিকে উপাম।
জানিবা ইহাৰ দাদা হ্রদাধিপ নাম॥ ১৮
এহি কথা মাতে হায় তীৰত চাপিলা।
স্বৰ্গত অধিক স্থান হৰিষ মিলিলা॥
এহিমতে পাৰত ফুৰন্ত তিনি প্ৰাণী।
কুহুঁ কুহুঁ শুনি তৈত কোকিলৰ ধ্বনি॥ ১৯
বৈশম্পায়ন বদতি শুনা জন্মিজয়।
তাত পাছে যেন কথা ভৈল বিপৰ্য্যয়॥
বৈদৰ্ভ দেশৰ ৰাজা জঙ্ঘাসুৰ বীৰ।
পৰম প্ৰচণ্ড তাৰ হাজাৰেক শিৰ॥ ২০
জঙ্ঘাসুৰ মহাৰাজা বীৰ ভয়ানক।
বনত ভ্ৰমিয়া ফুৰে চাহিয়া মৃগক॥

আপুনাৰ বনত পশিলা মহাৰাজা।
লগত আছয় তাৰ অসংখ্যাত প্ৰজা। ২১
দেৱতা মনুষ্য যদি পাৱে সিথানত।
তাক ধৰি বান্ধি নিয়া থৱে নগৰত॥
শিৱৰ ভকত ৰাজা ত্ৰিভুৱনে জানি।
নিতে এক গোট বলি দেয় মহামানি। ২২
মলয় পৱন বহে কোকিলে নাদয়।
ৰেণু ৰেণু দেখিলেক মনুষ্য আছয়॥
অনন্তৰে ৰাজা গৈয়া সমীপ চাপিলা
তিন গোট মনুষ্যক সাক্ষাতে দেখিলা। ২৩
দূতক চাহিয়া ৰাজা বচন বুলিলা।
এক্ষণে আনাহা বুলি আজ্ঞা কৰি দিলা॥
নাসিলে আনিবি ধৰি কহিলো নিশ্চয়।
আমাক অৱজ্ঞা কৰি পশু উজাৰয়॥ ২৪
সিকাৰণে মৃগক নপালো সঞ্চ কৰি *।
এহি বুলি ৰাজা আছে মনে ক্ৰোধ ধৰি॥
তেতিক্ষণে দূত গৈয়া সমীপ চাপিলা।
জঙ্ঘাসুৰ নৃপতিৰ আজ্ঞা শুনাইলা॥ ২৫
ৰাজ আজ্ঞা মানি তোৰা উঠিয়ো ত্বৰিত।
উলটি চাহিলা ভীমে হুয়া সশঙ্কিত॥

* সঞ্চকৰি=সঁচলৈ, বিধানলৈ, অৰ্থাৎ এটাও।

কাহাৰ আজ্ঞাক কহা তুৰ্ম্মতি পাপীষ্ঠ।
ত্ৰিভুৱন-বীৰে খাটে আমাৰ দ্বাৰত॥ ২৬
মোহোৰ আগত আসি কাৰ আজ্ঞা কহ।
পতঙ্গে আসিয়া অগনিত দেয় জাহ॥
পাণ্ডুবংশে ধৰ্ম্মৰাজা দেৱৰ তুৰ্জ্জয়।
ভীমসেন নাম মোৰ জগতে জানয়॥ ২৭
ভীমৰ বচনচয় দূতে শুনিলেক।
ঘৃত পায়া অগনি তেখনে জ্বলিলেক॥
অৰ্জ্জুন নকুল তুয়ো আছে নিদ্ৰাপাৰি।
ভীমক গৰ্জিযা গালি পাৰে আগবাঢ়ি॥ ২৮
নৃপতিৰ আজ্ঞা ভঙ্গ আমাক গঞ্জস।
কালে গ্ৰাসিলেক তোক এতেকে পলাস॥
মুনিয়ে বোলন্ত শুনিয়োক জন্মিজয়।
চাৰিয়ো দূতৰ নাম জানিবা নিশ্চয়॥ ২৯
নৰান্তক, কালান্তক, তুৰ্ব্বল, প্ৰবল।
এহি চাৰিগোট দূত আতি মহাবল॥
মহাকোপে চাৰি দূতে আগবাঢ়ি গৈলা।
হাতে ধৰি চাৰি একেলগে বল দিলা॥ ৩০
বহুং শিকল যেন কেহো নলাৰয়।
সেহিমতে ভীমক লাৰিবে নপাৰয়॥
মুষ্টিক ধৰিয়া ভীমে হাতক আছাৰি।
নৰান্তক কালান্তকে দিলা দলি মাৰি॥ ৩১

তুহান্তক ধৰি মুষ্টি কৰিলা প্ৰহাৰ।
নৰান্তক কালান্তক গৈলা যমঘৰ ॥
নিকালিল ৰুধিৰ বহয় ধাৰাসাৰে।
দুৰ্ব্বল প্ৰবল দুই পলান্ত লৰৰে ॥ ৩২
নৃপতিৰ আগে গৈয়া কৰিলা গোচৰ।
শুনিয়োক মহাৰাজ অৱস্থা আমাৰ ॥
তয় আজ্ঞা শিৰে ধৰি আমি চলি গৈলো।
তুমি যি বুলিলা আমি তাহাকে কৰিলো ॥ ৩৩
গৰ্জ্জিয়া আমাক বীৰে চক্ষু ঘূৰাৱয়।
তাৰ নাম ভীমসেন জগতে জানয় ॥
একগোট শিৰ মাত্ৰ আতি নিৰুপম।
জৱ ফুল সম চক্ষু দেখি যেন যম ॥ ৩৪
দেখি আথে বেথে বান্ধিবাক গৈলো উঠি।
তুহান্তৰ শিৰত মাৰিলা বজ্ৰ-মুষ্টি ॥
মুষ্টিৰ প্ৰহাৰে তুহান্তৰ গৈলা প্ৰাণ।
তাৰ মহতালি দেখিলোহো বিদ্যমান ॥ ৩৫

জঙ্ঘাসুৰৰ লগত ভীমৰ যুদ্ধ আৰু বন্ধন

শুনি জঙ্ঘা আৰ্ত্তৰাৱে ক্ৰোধে জ্বলি গৈলা।
ৰথ সমন্বিতে প্ৰজা সমস্তে চলিলা ॥
ৰথ এৰি ভূমিপাৱে কোপে চলি যায়।
দেখি বায়ুসুতে আছে তাহাকেই চায় ॥ ৩৬

অৰ্জুন নকুল দুয়ো আছে নিদ্ৰা যায় ।
ই গোট ৰাক্ষস বুলি ভীমে নিচিনয় ॥
অনন্তৰে দুয়োজনে খেদি লৈলা লাগ ।
গৰ্জ্জিয়া ফোঁফায় যেন ক্ৰোধে মত্ত নাগ ॥ ৩৭
প্ৰথমতে মুষ্টি কৰি ভীম মহাবলী ।
হৃদয়ত মাৰিলেক বজ্ৰৰ বাটুলী * ॥
তেতিক্ষণে মহাবেগে অসুৰেও উঠি ।
ভীমৰ হিয়াত হানিলেক বজ্ৰ-মুষ্টি ॥ ৩৮
মূৰ্চ্ছা গৈলা বৃকোদৰ গাৱে নাহি তত ।
কতোক্ষণ স্থিৰ হৈয়া ৰহিলা ভূমিত ॥
চেতন লভিয়া বীৰ কোপত উন্মত্ত ।
গৰ্জ্জিয়া বোলয কথা আসে যেন মত ॥ ৩৯
কুমাৰৰ চাক যেন ঘূৰিয়া ফুৰয ।
মাৰিবাক লাগি দুয়ো ছিদ্ৰ নপাৱয় ।
কতোক্ষণে বায়ু-সুতে ছিদ্ৰক লভিলা
পাকত ফুৰন্তে তাৰ ভৰি পিছলিলা ॥ ৪০
কাতি হুয়া জঙ্ঘাসুৰে পৰিবে চাহিলা ।
মহাবলী হেতু তেহো থমকি ৰহিলা ॥
ভীমেও ক্ৰোধত ছিদ্ৰ চাই ফুৰে বেগে ।
একগোট মাথাত ধৰিলা সেহি ছেগে ॥ ৪১

---

* বাটুলী = বটালী

বজ্রৱৎ অসুৰৰ ছাল আতি টান ।
জাম্প দিয়া অসুৰৰ ধৰিলন্ত কাণ ॥
ভীমক অসুৰে ধৰিলেক টান কৰি ।
ধৰণীত পৰি কৰে বাগৰা বাগৰি ॥ ২২
কাটি কৰি জঙ্ঘাসুৰে ধৰিলা ভীমক ।
মাৰিলেক কীল যতমান পাৰিলেক ॥
চৌৰাশী হাজাৰ মান কীলক মাৰিলা
কতোক্ষণ থাকি ভীমে এফন্দি উঠিলা ॥ ২৩
দুই হাজাৰেক বাহু মেলি মহাবলী ।
ভীমক আটিলা যেন হস্তীয়ে কদলী ॥
ৰাক্ষসৰ বাহুৰ আটাৰ * ছোট পাই ।
কেহ্কান্তে ৰহিলা বীৰ অচেতন হুই ॥ ২৪
মাধৱৰ অংশ ভীম পৱন-নন্দন ।
সিকাৰণে তাৰ হাতে নগৈল পৰাণ ॥
তাত পাছে জঙ্ঘাসুৰে ভীমক ধৰিযা ।
সাঙ্গি বান্ধি লৈযা গৈলা নগৰ লাগিয়া ॥ ২৫
ৰাক্ষস পশিলা গৈয়া আপুন নগৰ ।
বাজহুয়া দেখয সমস্ত নাৰীনৰ ॥
বেশ্যানাৰী আছে তাত চৌৰাশী হাজাৰ ।
সমস্তে বেঢিয়া চাৱে একমুণ্ড-নৰ ॥ ২৬

* আটা = চেপা,

.কেহো জনা বোলে অৰে শুনিয়োক বাই।
এক-মুণ্ড-নৰ স্বপনত দেখা নাই ॥
এক-মুণ্ড-মনুষ্যক দেখিবাক ভাল।
আমাৰেসে স্বামী সব পৰম জঞ্জাল ॥ ৪৭
ৰূপ গুণ দেখি নাৰীগণ মোহ ভৈলা।
নৃপতিক ভয়ে কেহো কাষ নচাপিলা ॥
ধৰি বান্ধি ব্যাধে পশু নেই যেনমতে।
পতাশালে থৈলা নিয়া অসংখ্যক দূতে ॥ ৪৮
পৰম-উৎসৱ আনন্দৰ সীমা নাই।
অসংখ্যাত ৰক্ষা দিলা বন্দীয়াৰ ঠাই ॥
স্নান কৰি মহাৰাজ লভিয়া হৰিষ।
অনন্তৰে শিৱগৃহে ভৈলন্ত প্ৰবেশ ॥ ৪৯
হৰক বন্দিয়া ৰাজা ভোজন কৰিলা।
পাত্ৰ মিত্ৰ সমে ৰাজা সভাত বসিলা ॥
শুনিয়োক সভাসদ বনপৰ্ব্ব পদ।
একচিত্ত মনে সবে হৈয়া নিশৱদ ॥ ৫০
বীৰৰ উপৰে বীৰ কালৰ যে কাল।
সত্বৰে হৰিক ভজা এৰা আল জাল ॥
পৰম ভকত জানা পঞ্চ যে পাণ্ডৱ।
ভকতৰ মহিমাক বৰান্ত মাধৱ ॥ ৫১
ভাৰ সংহৰিলা সবে হুয়া অৱতাৰ।
এতেকে ভকতৰ যশ কৰিবা প্ৰচাৰ ॥

নজানো ভজন নজানোহো স্তুতি নতি।
আপুনাৰ গুণে তুষ্ট হৈয়ো লক্ষ্মীপতি॥ ৫২
সন্তৰ সঙ্গত থাকি চিন্তা অন্ত-কাম।
কায়মনোবাক্যে সবে বোলা ৰাম ৰাম॥ ৫৩

---

## দুলড়ী

ভীমৰ অনুপস্থিতিত যুধিষ্ঠিৰ আদিৰ শোক।

ৰাজা জন্মিজয়, মুনিত পুছয়,
শুনিয়োক মোৰ কথা।
অৰ্জ্জুন নকুল, নিদ্ৰা পৰি ৰৈলা,
কহা যেন ভৈল তথা॥
মুনিয়ে বোলয়, শুনা জন্মিজয়,
নৃপ পৰীক্ষিত-সুত।
পাছে দুই ভাই, জাগিয়া দেখয়,
মিলি আছে অদভুত॥ ৫৪
অৰ্জ্জুন বদতি, নকুল শুনিয়ো,
ভীম দাদা গৈলা কৈক।
জানিলো অৱশ্য, বিঘাত মিলিল,
তিনি ভাই আছো ঐক॥

শোকাতে বিহ্বল, ভৈলন্ত নকুল,
উত্তৰ দিবাক নাৰি * ।
পাছে দুই ভাই, বনে বনে চাই,
দাদা বুলি গেডি পাৰি ॥ ৫৫

নকুলে বোলয়, দাদা ধনঞ্জয়,
কহো কথা সাৰোত্তৰে ।
বধাসুৰ বীৰ, দুৰ্জ্জয় শৰীৰ,
জিনিলা তাক সমৰে ॥
ত্ৰিভুৱন বীৰে, কম্পি থাকে ডৰে,
হেন দাদা বৃকোদৰ ।
তাহান ইহাত, হত ভৈল বুলি,
পতিয়াবে কোন নৰ ॥ ৫৬

ৰাজাৰ আজ্ঞায়, আমি তিনি ভাই,
ফলক ফুৰো বিচাৰি ।
ফলকো নাপাইলো, হ্ৰদক দেখিলো,
থাকিলোহো নিদ্ৰা পাৰি ॥
আপদ কালত, বুদ্ধি ভৈল হত,
গুণিয়া নপাওঁ মনে ।
দৈৱৰ বিপাকে, লিখিলা কপালে,
ফুৰো আমি বনে বনে ॥ ৫৭

---

* নাৰি = নাপাৰি ।

দেৱ নাৰায়ণ, দৈৱকী-নন্দন,
জগতৰে অন্তকাৰী।
প্ৰণামো গোৱিন্দ, পদ অৰবিন্দ,
নিয়োক নাথ উদ্ধাৰি ॥
যেৱে কোন নৰে, পৰদেশে যায়,
নিদ্ৰা পাৰিয়া থাকয়।
অৱশ্য দুৰ্গতি, হৈবেক সম্প্ৰতি,
মিলিবে দুখ সদায় ॥ ৫৮
এহি বুলি দুই ভাই চলি যায়,
নাহি দুইৰো সুস্থ গতি।
দ্ৰৌপদী সহিতে, যথাত আছন্ত,
যুধিষ্ঠিৰ মহীপতি ॥
দাদা নাহি বুলি, কিমতে কহিবো,
নৃপতিৰ আগে যাই।
ভৰি নচলয়, ধীৰে ধীৰে যায়,
পাই নৃপতিৰ ঠাই ॥ ৫৯
ৰাজাৰ আগত দণ্ডৱতে পৰি,
কহিবাক নপাৰয়।
দেখি যুধিষ্ঠিৰ, আকুলিত বৰ,
দুইয়া দুইক পুছয় ॥
মহাবীৰ বৰ, বাপু বৃকোদৰ,
লগে নাহি কৈক গৈলা।

তুই দণ্ড মান, মাতিবে নপাৰি,
মৌন হুয়া দোহোঁ ৰৈলা ॥ ৬০
কতো বেলি তুই, চেতন লভিয়া,
ৰাজাৰ আগত পৰি ।
চাহিবে নলাগে, ঝাণ্টে * কাটিয়োক,
এবে কহো সত্য কৰি ॥
তোমাৰ আজ্ঞায়, গৈলো তিনি ভাই,
ফল বিচাৰিবে প্ৰতি ।
ফলক নপাইলো, হ্ৰদক দেখিলো,
ফুৰো তিনি লীলা গতি ॥ ৬১
ক্ষুধায়ে তৃষ্ণায়ে, হাবা-শাস্তি ভৈলো,
নিদ্ৰায়ে আসি পীড়িলা ।
মৃত্যু সম ভৈলা, উদিশ নপালো,
ভীম দাদা কৈক গৈলা ॥
চেতন লভিয়া, গেৰিয়ায় ফুৰু,
বিচাৰি নপাইলো তৈত ।
মনে গুণি চাই, চিন্তিলো উপায়,
জানো আসি আছে ঐত ॥ ৬২
এতেক বোলন্তে, শোক উপজিলা,
যুধিষ্ঠিৰ মহীপতি ।

* ঝাণ্টে = শীঘ্ৰে ।

বন জুই যেন, দহিয়া আসয়,
গাৱত নাহিকে শ্ৰুতি ॥
দ্ৰৌপদী কান্দন্ত, পতিক সুমৰি,
সহদেৱে কৰে শোক ।
প্ৰাণভাই মোৰ, দাদা বৃকোদৰ,
কিমতে বঞ্চিলা মোক ॥ ৬৩
এহিবুলি সহ- দেৱে মূৰ্চ্ছা গৈলা,
কান্দন্ত পাছে নকুল ।
অৰ্জ্জুনে বোলন্ত, সবাকে বিচাৰি,
যমক কৰো নিৰ্ম্মূল ॥
কৃষ্ণক সুমৰি, ৰৈলা চিন্তা কৰি,
ৰাত্ৰি চাৰি ঘটি গৈল ।
শুনা জন্মিজয়, কহিবো নিশ্চয়
ভীমে তেতে যি কৰিলা ॥ ৬৪
শুনা সভাসদ, বনপৰ্ব্ব-পদ,
সবাতে শোক আছয় ।
মাধৱক ভজি, আন আশা তেজি,
এৰা সবে যম দায় ॥
যমৰ কিঙ্কৰে, নৰক ভুঞ্জাইবে,
ৰাখিবাৰ কেহো নাই ।
গুৰু-উপদেশে, ভজিযো হৰিক,
তৰণ সেহি উপায় ॥ ৬৫

হেন মাধৱৰ, চৰণ পঙ্কজ,
সদায় মনে ৰহোক।
জনমে জনমে, গুৰুৰ চৰণে,
সদা ৰতি নচাৰোক ॥
মই মূঢ়মতি, নভৈল ভকতি,
একোৰে পাত্ৰ নভৈলো,
পদ কৰো বুলি, বিষয়ত ভুলি,
মহা অধোগামী ভৈলো ॥ ৩৬
সমাজিক জন, নিন্দা নকৰিবা,
আপুনাৰ কৰা কাম।
দান্তে তৃণ ধৰি, দণ্ডৱতে পৰি,
ডাকি বোলা ৰাম ৰাম ॥ ৩৭

———

## পদ

গৰুড়ৰ দ্বাৰা ভীমৰ বন্ধন মোচন

বৈশম্পায়ন বদতি শুনা জন্মিজয় ।
এহিমতে ভীম তৈত বন্দী হুয়াছয় ॥
সহায় নাহিকে কেহো ভৈলা একেশ্বৰ ।
কৃষ্ণক চিন্তিবে লৈলা লভি অথন্তৰ ॥ ৬৮
কৃষ্ণেসে আমাক সুখ-দুখ ভুঞ্জাৱন্ত ।
এহি বুলি চিন্তিবে লাগিলা মহাসন্ত ॥
পৰম কৃপালু তুমি দেৱকী নন্দন ।
চৰণে শৰণ লৈলো ছাড়িয়ো বন্ধন ॥ ৬৯
নমো ভগৱন্ত বাসুদেৱ লক্ষ্মীকান্ত ।
নমো বিশ্বন্তৰ বিষ্ণু বিশ্বক পালন্ত ॥
নমো অধীশ্বৰ মোক কৰা পৰিত্ৰাণ ।
প্ৰভাতে অসুৰে প্ৰভু মোৰ লৈবে প্ৰাণ ॥ ৭০
এহিমতে ভীমে স্তুতি কৰিলা বিস্তৰ ।
পদবাহুল্যক ভয়ে নকৈলো অপৰ ॥
ভীমৰ স্তুতিত কৃপাময় চক্ৰপাণি ।
গৰুড়ক মাতি প্ৰভু বুলিলন্ত বাণী ॥ ৭১
সত্বৰে চলিয়া যাহা বৈদৰ্ভ দেশক ।
বন্ধন ছাড়িয়া শীঘ্ৰে উদ্ধাৰা ভক্তক ॥
কৃষ্ণক প্ৰণামি পক্ষীৰাজ গৈলা লৰি ।
জঙ্ঘাসুৰ নৃপতিৰ পশিলা নগৰী ॥ ৭২

পত্তাশালে বন্দী হুয়া আছে বৃকোদৰ ।
পাখ-ছাটে উৰুৱালা ৰক্ষা ৰাক্ষসৰ ॥
ভীমৰ বন্ধন পক্ষীৰাজে ছিণ্ডিলন্ত ।
মুক্ত হুয়া ভীমে গৰুড়ক নমিলন্ত ॥ ৭৩
গৰুড়ক বোলে তুমি থাকা এহি থান ।
অসুৰৰ কিনো পাণ্ড গদা ধনুৰ্ব্বাণ ॥
এহিবুলি ভীমসেন অভ্যন্তৰে গৈলা ।
দুই ৰথ সহিতে সাৰথি তুলি লৈলা ॥ ৭৪
মনত হৰিষ বেগে গৈলা সেহি ছেগে ।
গৰুড়ৰ সমীপক গৈলা মহাবেগে ॥
নগৰৰ ঠান ভান সমস্তে কহিলা ।
শুনি পক্ষীৰাজে তাঙ্ক আশ্বাস কৰিলা ॥ ৭৫
অনন্তৰে গৰুড় সহিতে মহাবলী ।
যুধিষ্ঠিৰ সমীপক শীঘ্ৰে গৈলা চলি ।

জঙ্ঘাসুৰৰ নগৰৰ বৰ্ণনা

মুনিয়ে বোলন্ত ৰাজা শুনা বৰ্ত্তমান ।
ৰাক্ষসৰ নগৰৰ কহো ঠান ভান ॥ ৭৬
চাৰিদিকে চাৰিখান পৰ্ব্বত আছয় ।
অযুত যোজন সিটো উচ্ছৃত হোৱয় ॥
বহলে তিনিশত অধিক প্ৰহৰৰ ।
তাহাৰ ভিতৰে আছে সাতগোটা গড় ॥ ৭৭

আঠশত দ্বাৰ তাৰ জানা জন্মিজয় ।
ৰাক্ষস দানৱ তাত বহুত আছয় ॥
দ্বাৰত লিখিত আছে শিৱমূৰ্ত্তি যত ।
তাহাৰ মহিমা মই বৰ্ণাইবো কত ॥ ৭৮
অসংখ্যাত ধন-ৰত্ন শোভিত কৰয় ।
তাক নকহিলো পদ বাহুল্যক ভয় ॥
নৃপতি বোলয় মোৰ মিলিল সংশয় ।
ভীমে পাছে কি কৰিলা কহিয়ো নিশ্চয় ॥ ৭৯
মুনি বোলে এবে শুনা কহো নৰেশ্বৰ ।
মাধৱে বঢ়ান্ত যশ পঞ্চ পাণ্ডৱৰ ॥
সুৱৰ্ণ-কুসুম-বন-মাজত পশিলা ।
স্তুতি নতি মিনতি যে পক্ষীক কৰিলা ॥
কৃষ্ণৰ আদেশে বন্ধ ছাড়িলা আপুনে ।
কোটি জন্মে শুজিবে নপাৰো ইটো ঋণে ॥

ভীমৰ চাৰি ভাইৰলগত মিলন আৰু কথোপকথন :

অনন্তৰে গৰুড় গৈলন্ত কৃষ্ণপাশে ।
ভীম চলি গৈলা চাৰি ভাই যৈত আছে ॥ ৮১
সেহিবেলা দিবাকৰ উদিত ভৈলন্ত ।
ভীম চাপিলন্ত যায় পত্ৰৰ গৃহত ॥
ৰথ হন্তে নামি বৃকোদৰ মহাৱলী ।
জানু পাৰি নৃপতিক কৰিলা সেৱলি ॥ ৮২

সাৰটি ধৰিলা যুধিষ্ঠিৰ মহাৰাজ।
অনন্তৰে দ্ৰৌপদী অৰ্জ্জুন ভৈলা বাজ॥
সেহিবেলা সহদেৱ নকুলে দেখিলা।
পঞ্চভাই দ্ৰৌপদীৰ আনন্দ মিলিলা॥ ৮৩
হাত মেলি স্বৰ্গ যেন লভি পঞ্চভাই।
পৰম হৰিষ আনন্দৰ সীমা নাই॥
ৰঙ্গহুয়া চাৰিভাই সঙ্কেতে পুছিলা।
যেন কথা ভৈল ভীমে সকলো কহিলা॥ ৮৪
বৈদৰ্ভ দেশৰ ৰাজা জজ্ঘাসুৰ বীৰ।
মৃগ মাৰি ফুৰে সিটো দুন্দুৰ অসুৰ॥
হেনকালে পাঞ্চি দিলা চাৰি দূত তথা।
শুনা যেন মিলিলেক কহো পাছ কথা॥ ৮৫
চাৰি দূতে নৃপতিৰ আজ্ঞাক কহিলা।
ক্ষুধা তৃষ্ণা হুই ডুই ভাই নিদ্ৰা গৈলা॥
আজ্ঞা মুশুনিলো তান দ্বিগুণে কহিলা।
বান্ধিবাক লাগি বীৰ খেদিয়া আসিলা॥ ৮৬
হেন দেখি মুষ্টি মই কৰিলো প্ৰহাৰ।
নৰান্তক কালান্তক গৈলা যমঘৰ॥
দেখিয়া অসুৰে দশগুণে গৈলা ৰাগি।
উচ্ছলা দশন আছে ললাটত লাগি॥ ৮৭
পৰ্ব্বত আকাৰ সিটো ভয়ঙ্কৰ বীৰ।
ধাতু উড়ি যায় দেখি ভয়ঙ্কৰ শিৰ॥

অঙ্গাৰ সদৃশ গাৱ কুৰূপ বিকট।
নাক মুখ, দেখিলে হোৱয় মূৰ্দ্ধ-স্ফোট ॥ ৮৮
স্থূল জঙ্ঘা ভেঙ্গুৰা ভেঙ্গুৰি ভৰি হাত।
নখ, মুখ, চক্ষুক দেখন্তে ভয় ভীত ॥
দুই হাজাৰেক বাহু দেখিতে বিস্ময়।
পাছক নচাহি দাদা মই গৈলো ধায় ॥ ৮৯
প্ৰাণক টাকিয়া মই যুজিবাক গৈলো।
অন্যায়ে ধৰিল মোক বলে নুৱাৰিলো ॥
ধৰি বান্ধি নিয়া মোক থৈল পতাশালে।
অসংখ্যাত সৈন্য ৰক্ষা দিলা ভালে ভালে ॥ ৯০
কৃষ্ণক চিন্তিবে লৈলো মন তুষ্ট ভৈল।
কৃষ্ণে পাঞ্চি দিলা যেন্বে গৰুড় চলিল ॥
ৰক্ষী উৰুৱায় মুক্ত কৈলা পক্ষীৰাজে।
পশিলো তেখনে মই অন্তঃপুৰ মাজে ॥ ৯১
দুই ৰথ আনিলো সাৰথি গদা বাণ।
কৃষ্ণপাশে গৰুড় গৈলন্ত বিদ্যমান ॥
ৰথ সমন্বিতে মই কৃষ্ণৰ প্ৰসাদে।
তৰিয়া আসিলো দাদা দুৰ্ঘোৰ আপদে ॥ ৯২

## ভীম, সহদেৱ আদিৰ ৰণযাত্ৰা

যুদ্ধে চলি যাওঁ বিলম্বক পৰিহৰি।
আজ্ঞা দিয়া যাওঁ মই বিদৰ্ভ নগৰী ॥

হেন সময়ত দুই সাৰথি থেকিল।
ষাঠি ষাঠি মুণ্ড ৰাজা তেখনে দেখিল॥ ৯৩
হেন দেখি অৰ্জ্জুনৰ উল্লাসিত মন।
যুধিষ্ঠিৰ চৰণত পশিলা শৰণ॥
আজ্ঞা দিয়ো শীঘ্রে দাদা পূৰ্ব্বাপৰ চায়।
ৰাক্ষসক যমপুৰে কৰোঁহো বিদায়॥ ৯৪
নাহি তাৰ হাতে মৰি যাওঁ স্বৰ্গলোক।
হেন জানি শীঘ্রে মোক বিদায় দিয়োক॥
এহি বুলি সাৰথিক আশ্বাস কৰিলা।
সাৰথিও পাছে নৃপতিক প্ৰণামিলা॥ ৯৫
তাৰ নাম সহদেৱ ৰণত পাৰ্গত।
সখি বুলি একেলগে উঠিলা ৰথত॥
পূৰ্ণিমা সাৰথি সমে উঠিলা নকুল।
সখি বুলি সাৱটিলা আনন্দে আকুল॥ ৯৬
শুনিয়োক সখি মই কহোঁ নিষ্ঠ কৰি।
তাক মাৰি তোমাক পাতিবো অধিকাৰী॥
সাৰথিও বোলে মই কহো সত্য কৰি।
ত্ৰিভুৱনে ৰথ ইটো বায়ু নোহে সৰি॥ ৯৭
শীঘ্রগতি চলে আক কেহো নপাৰয়।
যৈকে মন কৰে ৰথ তথাকে চলয়॥
আঠশত দ্বাৰ তাৰ পৰম বিক্ৰম।
শিৱ শুক্ৰ নগৰ অদ্ভুত পৰাক্ৰম॥ ৯৮

আঠশত দ্বাৰ তাৰ পৰম নিপুণ।
শিৱৰ প্ৰাসাদে সিটো অতি অনুপম ॥
অসংখ্যাত ৰাজা জিনি আছে জঙ্ঘাসুৰ।
দুই হাজাৰেক বাহু দেখি চমৎকাৰ ॥ ৯৯
সাৰথি আছিলোঁ আমি জয়ন্তা ৰাজাৰ।
তাঙ্ক মাৰি সৈন্য মানে আনিলা অপাৰ ॥
হয় হস্তী প্ৰজা যত বৃষভ মাৰ্জাৰ।
পঞ্চম বৎসৰ আছো তাহাৰ নগৰ ॥ ১০০
আমাৰ কৰ্ম্মৰ ফলে তোমাক দেখিলো।
মিলিল সুদিন মোৰ এবেসে জানিলো ॥
পৰম ধাৰ্ম্মিক তোৰাসৱ পাণ্ডুগণ।
মাধৱৰ ভক্ত তোৰা ভাৰসংহাৰণ ॥ ১০১
পৰম বৈষ্ণৱ নিজ গুৰুত ভকত।
তাহাক বধিতে তুমি আপুনি শকত ॥
এহিবুলি দুই ৰথ সাৰথি ডাকিলা।
মন-পৱনৰ বেগে তেখনে চলিলা ॥ ১০২
আকাশত দেৱগণে কৰে জয় জয়।
বিদ্যাধৰে গাৱে গীত আনন্দে নাচয় ॥
জয় জয় দামোদৰ দেৱ হৃষীকেশ।
মনত জপিয়া ভৈলা বিদৰ্ভে প্ৰবেশ ॥ ১০৩
বৈশম্পায়ন কহে শুনিয়ো জন্মিজয়।
তাত পাছে যেন ভৈল কহিবো নিশ্চয় ॥

পতাশালে জঙ্ঘাসুৰে দূত আদেশিলা ।
শিৱক পূজিবে ৰাজা সম্ভাৰ কৰিলা ॥ ১০৪
দূতে দেখিলন্ত ৰক্ষা বন্দীয়া যে নাই ।
হা হা কিনো ভৈল বুলি ভৈলন্ত বিস্ময় ॥
আথে বেথে নৃপতিক জান দিলা যাই ।
শুনা মহাৰাজ ৰক্ষা বন্দীয়া যে নাই ॥ ১০৫
দূতৰ শুনিয়া বাক্য ৰাজা মূৰ্চ্ছা গৈলা ।
সেহি সময়ত আসি নিদ্ৰা দেখা দিলা ॥
শুনা জঙ্ঘাসুৰে যিটো স্বপ্নক দেখিলা ।
নিদ্ৰাৰ জাগিয়া পাছে চেতন লভিলা ॥ ১০৬
ঔৰ ফুল পিন্ধে কতো বেলি সৰ্পে খায় ।
তৈল ঘসি দক্ষিণক উলঙ্গতে যায় ॥
হেনয় স্বপ্নক দেখি বিস্ময় গণিল ।
ঘৃত সহযোগে যেন অগনি জ্বলিল ॥ ১০৭
গুণি গাম্থি স্থিৰ নোহে দগধ শৰীৰ ।
পূজা নকৰিলা ৰাজা শিৱৰ মন্দিৰ ॥
একোমতে নুগুচয় বিকল স্বভাৱ ।
নগৰ উপৰে কাক গৃধ্ৰৰ আৰাৱ ॥ ১০৮
মনত জানিলা ৰাজা হৈব অথন্তৰ ।
ফেকুৱায় কৰে ৰাৱ ৰোল কুকুৰৰ ॥
বিমঙ্গল দেখি কাৰো মনে সুখ নাই ।
হৰি হৰি কি কৰিবো নেদেখো উপায় । ১০৯

সিবেলা পাণ্ডৱে পাইলা প্ৰথমৰ দ্বাৰ ।
সেহি দ্বাৰে দ্বাৰী আছে ছাব্বিশ হাজাৰ ॥
সহদেৱ নকুলৰ ধাতু গৈল উৰি ।
হেন দেখি ভীমসেন গৈলা আগবাঢ়ি ॥ ১১০
দ্বাৰাক চাহিয়া বীৰে বচন বোলয ।
শুন অৰে দ্বাৰীগণ কথা কহোঁ মই ॥
শিৱক পূজিবে বুলি আমাক ৰাখিলা ।
সিহেতু আমাক ৰাজা যুদ্ধ আদেশিলা ॥ ১১১
যুদ্ধ খুজি চাৰি ভাই আছো ৰথে চড়ি ।
যুদ্ধক আসোক ৰাজা কহা ঝাণ্ট কৰি ॥
ন গৈলে নহৈব ভাল যাৱা শীঘ্ৰকৰি ।
বুলিলা পাণ্ডৱে বহু উপালম্ভ কৰি ॥ ১১২
উপালম্ভ কৰি সবে হাসিলা বিস্তৰ ।
হৰ হৰ শব্দ উঠিলন্ত নিৰন্তৰ ॥
কাৰো ষাঠি মুণ্ড কাৰো বিংশতি হোৱয় ।
ত্ৰিংশ দশকত কৰি টুটা নাহিকয় ॥ ১১৩
আলোচিয়া দ্বাৰী দূত ভেজিলা তেখন ।
তিনিপ্ৰহৰেক মান ভৈল উপসম ॥
কৰযোৰে আগত পৰিলা জানু পাৰি ।
মুখ্য মুখ্য মন্ত্ৰীগণ উঠিলা ঝঙ্কাৰি ॥ ১১৪
নৃপতি বোলন্ত মই যাইবো নিশ্চয় ।
মানুষক বিনাশিয়া পঠাবো যমালয় ॥

দুৰ্জ্জয় বাহুৰ বলে শূলে বিন্ধি মাৰি।
বিপক্ষক বধি যাবো ইথানক এৰি॥ ১১৫
এহি বুলি মহাৰাজ তুলিলা নিশান।
অসংখ্যাত সেনাগণ ভৈলা আগুয়ান॥
ৰথ আনা বুলি সাৰথিক আদেশিলা।
ততিক্ষণে ৰথখান আগতে দেখিলা॥ ১১৬
ৰথ সাজি প্ৰণামিয়া কহিলা সাৰথি।
ৰাজাৰ মুখৰ ৰথ ভয়ঙ্কৰ আতি॥

জজ্ঘাসুৰৰ ৰণ যাত্ৰা

বৈশম্পায়ন বদতি শুনা জন্মিজয়।
গ্ৰহৰেক পন্থমান ৰথখান হয়॥ ১১৭
নিঃসংশয় সেনাপতি আৰো মৃগাসুৰ।
উষ্ট্ৰত চৰিয়া যাণ্ড দুই মন্ত্ৰীবৰ॥
কালনাভ, নিপাতক দুই মন্ত্ৰীৰাজ।
সিংহত চড়িয়া দুই বীৰ ভৈলা সাজ॥ ১১৮
এহিমতে সাজু ভৈলা আনো বীৰগণ।
হয় হস্তী ব্যাঘ্ৰ ছাগ শৃগাল হৰিণ॥
মহিষ মেথন উট গদ্দভ মাজ্জাৰ।
বৰাহক আদি পশু চলিল অপাৰ॥ ১১৯
হংস, বক, গৃধ্ৰ, চেঙ্কা, পেঙ্কা, কৈৰা, মৈৰা,।
হাৰগিলা, চিলা, টুনী, টুপছি, টোকোৰা॥

আন বাহনত চড়ি যান্ত, বীৰচয়।
আনন্দত পৃথিবীত ভৰি নপাতয় ॥ ১২০
দেও দিয়া ৰথত চড়িলা মহাৰাজ।
প্ৰজাগণ মানে নগৰৰ ভৈলা বাজ ॥
বিমঙ্গল মিলিলেক আগতে ৰাজাৰ।
বেঢ়ি দীৰ্ঘৰাৱ পাৰে তিনটা মাৰ্জাৰ ॥ ১২১
আকাশত কাক গৃধ্ৰ ৰাৱ ফেৰুৱাৰ।
তথাপিতো উলটি নৰহে দুৰাচাৰ ॥
নগৰৰ বাজ হৈয়া জঙ্ঘাসুৰ বীৰ।
ঘনে ঘনে ঝঙ্কাৰয় হাজাৰেক শিৰ ॥ ১২২

## পাণ্ডৱ-জঙ্ঘাসুৰৰ যুদ্ধ

পাণ্ডৱৰ সন্মুখে ৰাখিলা ৰথখান।
দুৰ্জ্জন মানুষ মাৰি পেশো যম-থান ॥
এহি বুলি মহাৰাজ ধৰিলা নিশান।
শুনি বৃকোদৰ ভৈলা কোপে কম্পমান ॥ ১২৩
মহাক্ৰোধে ভীমসেনে বোলন্ত বচন।
গুৰু, ব্ৰাহ্মণক তই মাৰিলি দুৰ্জ্জন ॥
মোক বান্ধি থৈলি তই দুৰ্ম্মতি অসুৰ।
সিটো দোষে ইবেলি পশিবি যমপুৰ ॥ ১২৪

এতেক বোলন্তে জম্ভাসুৰে খেদি গৈলা ।
নিঃসংশয় মৃগাসুৰ দুইকো বুলিলা ॥
উটত চড়িয়া মৃগাসুৰ সেনাপতি ।
আহ বুলি খেদি গৈলা অৰ্জ্জুনক প্ৰতি ॥ ১২৫
আথে বেথে অৰ্জ্জুনে ধৰিলা শৰচয় ।
আকাশত দেৱগণে কৰে জয় জয় ॥
মৃগাসুৰে বোলে অৰে এক মুণ্ড নৰ ।
সহা মোৰ ছোট বুলি জুৰিলন্ত শৰ ॥ ১২৬
চাৰিপাত শৰ মৃগাসুৰ মহাবলী ।
শৰীৰৰ বলে হানিলেক উৰ্দ্ধে তুলি ॥
অৰ্জ্জুনে হানিলা দেখি একপাত বাণ ।
প্ৰথমতে চাৰি শৰ কৰিলা নিৰ্য্যাণ ॥ ১২৭
শৰ বৃথা ভৈল হেন দেখি মৃগাসুৰে ।
দুইপাত শৰ প্ৰহাৰিলা খৰতৰে ॥
পৱন সঞ্চাৰে মহাবেগে খেদি গৈলা ।
অৰ্জ্জুনৰ বুকে পৰি পিঠি-বাজ ভৈলা ॥ ১২৮
মূৰ্চ্ছা যায় ৰথত পৰিল ধনঞ্জয় ।
মৰিল বুলিয়া মৃগাসুৰেও নাদয় ॥
মুহূৰ্ত্তেকে ধনঞ্জয় সুস্থ হৈয়া বেগে ।
দশ শৰ হানি পঠাইলা সেহি ছেগে ॥ ১২৯
মৃগাসুৰে হানি এক শৰ তীক্ষ্ণতৰ ।
পন্থতে কাটিলা অৰ্জ্জুনৰ দশ শৰ ॥

পুনঃ প্ৰহাৰিলা ষাঠিগোট বাণ ডাটি * ।
ষাঠি শৰে ষাঠিশিৰ পেহ্লাইলা কাটি ॥ ১৩০
ছট্ ছট্ কৰি তাৰ শিৰ ছিঙ্গি গৈল ।
সেহি ছেগে শৰ যায় পাতালে পশিল ॥
সাতসাগৰৰ জলে কৰিলেক স্নান ।
পুনৰপি প্ৰবেশিলা অৰ্জ্জুনৰ তূণ ॥ ১৩১
মৃগাসুৰ মৰি যবে গৈলা যমালয় ।
ইন্দ্ৰে বোলে ধন্য বীৰ মোহোৰ তনয় ॥
নিঃসংশয় সেনাপতি খেদি গৈলা বেগে ।
দশগোট শৰ হানিলেক সেহি ছেগে ॥ ১৩২
দেখি অৰ্দ্ধচন্দ্ৰ শৰ অৰ্জ্জুনে হানিলা ।
নিঃসংশয়ে সেহি শৰ পন্থতে কাটিলা ॥
অসুৰেও দেখিলন্ত শৰ শূন্য ভৈলা ।
জয় ভিণ্ডিপাল শক্তি হাতে তুলি লৈলা ॥ ১৩৩
মহাকোপে ধনুখান টঙ্কাৰ কৰিলা ।
মূলমন্ত্ৰ পঢ়ি শক্তিপাত প্ৰহাৰিলা ॥
চলন্তে তাহান মুখে অগনি বঝায় ‡ ।
ৰশ্মি লাগি তাৰাগণ খসি খসি যায় ॥ ১৩৪
চমৎকাৰে খেদি গৈলা জয় ভিণ্ডিপাল ।
মুখে ধৰি অৰ্জ্জুনক নিলা তৎকাল ॥

* ডাটি = দৃঢ়ভাৱে ।
‡ বঝায় = ওলায় ।

আকাশত ফুৰায় শক্তিমুখ এৰি দিলা।
মুচ্ছা যায় ধনঞ্জয় ৰথত পৰিলা॥ ১৩৫
দেখি ক্রোধে নকুল হানিলা ত্রিংশ বাণ।
জয়ভিণ্ডিপালক কৰিলা সাতখান॥
হেন দেখি অসুৰেও দিলা শৰজাক।
হেয় কৰি নকুলেও নগণিলা তাক॥ ১৩৬
শিল্লা-মুখী শৰ চাৰিপাত বাছি লৈলা।
গাৱে বল আছে মানে সন্ধানে হানিলা॥
দশশিৰ কাটি নিঃসংশয় প্রাণে গৈলা।
ষোলশত মান তাৰ সৈন্যক মাৰিলা॥ ১৩৭
পাক মাৰি শিল্লীমুখী পাতালে পশিলা।
সাগৰত স্নান কৰি তূণে আসি ৰৈলা॥
আকাশত দেৱগণে কৰে জয় জয়।
ধন্য ধন্য মহাবীৰ মাদ্রীৰ তনয়॥ ১৩৮
কালনাভ মন্ত্রীৰ হৃদয়ে নসহিলা।
ধনু ধৰি মহাবেগে আগ বাঢ়ি গৈলা॥
সিংহত চড়িয়া কালনাভ মহাবীৰ।
দশন চোবায় ঘনে কম্পাৱয় শিৰ॥ ১৩৯
মহাবেগে বাণ প্রহাৰিয়া খেদি গৈলা।
দেখিয়া নকুল বীৰ হিয়া পাতি দিলা॥
মাৰ মাৰ কালনাভ শক্তি আছে যত।
সেহি বেগে হানিলেক শৰ একশত॥ ১৪০

নকুলেও পন্থত কাটিলা তাৰ শৰ।
ষাঠি শৰে ভেদিলা তাহাৰ কলেৱৰ ॥
তমোময় দেখি কালনাভ মহীতলে।
ফুৰি ফুৰি পৃথিবীত পৰিলা নিঢালে ॥ ১৪১
দুৰ্ঘোৰ শৰদে কালনাভ গৈলা প্ৰাণে।
দেখিয়া নিপাতে খেদি গৈলা তেতিক্ষণে ॥
আগবাঢ়ি প্ৰহাৰিলা হাজাৰেক বাণ।
নকুলেও একেবাৰে কৰিলা নিৰ্য্যাণ ॥ ১৪২
নিপাতেও দেখিলন্ত শৰ ব্যৰ্থ ভৈলা।
পুনুৰপি হাজাৰেক বাণ প্ৰহাৰিলা ॥
বিস্থা শৰদে আকাশ গৈলন্ত ছানিয়া।
নকুলে পথত সিটো দিলন্ত কাটিয়া ॥ ১৪৩
শৰ ব্যৰ্থ দেখি শক্তিপাত প্ৰহাৰিলা।
নকুলৰ হৃদে পৰি পিঠি সৰাকিলা ॥
নকৰয় কটাক্ষ নকুল মহাবলী।
হৃদয়ৰ ৰুধিৰ বহয় হলাহলি ॥ ১৪৪
মহাক্ৰোধে নকুলে হানিলা বায়ুবাণ।
উৰুৱায় নিলা তাক সহস্ৰ যোজন ॥
আকাশত ফুৰাইলে ঘোৰ বায়ুবাণে।
পৃথিবীত পৰি নিপাতৰ গৈলা প্ৰাণে ॥ ১৪৫
বৈশম্পায়ন বদতি শুনা জন্মিজয়।
শূল ধৰি খেদি গৈলা জঙ্ঘা দুৰাশয় ॥

থাক থাক ৰহ ৰহ কৰেহো দোহাৰ * ।
শূলে হানি তেহোক পেশিবো যমঘৰ ॥ ১৪৬
দেখিযা অৰ্জ্জুনে শৰ হানিলা প্ৰচণ্ড ।
হাততে কাটিলা শূল হাজাৰেক খণ্ড ॥
হেন দেখি জঙ্ঘাসুৰ মহাকোপে আতি ।
অৰ্দ্ধচন্দ্ৰ প্ৰহাৰিলা অৰ্জ্জুনক প্ৰতি ॥ ১৪৭
নগণিলা ধনঞ্জয় ৰাক্ষসৰ শৰ ।
ভল্ল শৰ হানিলা অৰ্জ্জুন ধনুৰ্দ্ধৰ ॥
অসুৰে দেখন্ত ভল্লশৰে আসে খেদি ।
তীক্ষ্ণতৰ শৰে তাক পেল্লাইলা ছেদি ॥ ১৪৮
হেন দেখি অৰ্জ্জুনে হানিলা দুই শৰ ।
নাকটি কাটিলা যায় জঙ্ঘা অসুৰৰ ॥
কাটিলা নাকটি ৰাক্ষসেও নজানিলা ।
তীশাল বিশাল অৰ্জ্জুনক প্ৰহাৰিলা ॥ ১৪৯
অৰ্জ্জুনে হানিলা পাশ-ভূষ দুই বাণ ।
তীশাল-বিশালক কৰিলা থান থান ॥
এহিমতে দুই বীৰে কৰন্ত সংগ্ৰাম ।
ইটো যুদ্ধ-পটন্তৰ নাহিক উপাম ॥ ১৫০
অৰ্জ্জুনে হানিলা বাণ চল্লিশ হাজাৰ ।
চাৰি কোটি হানিলন্ত জঙ্ঘা বীৰবৰ ॥
কৃষ্ণক হৃদয়ে ধৰি পাছে সব্যসাচী ।
শত অযুতেক মান প্ৰহাৰিলা বাছি ॥ ১৫১

* দোহাৰ = ধ্বংস ।

নৱ কোটি যাঠিলক্ষ চৌৰাশী হাজাৰ।
একেবাৰে প্ৰহাৰিলা সৰমা-কুমাৰ ॥
যমক আশ্ৰয়ে জম্ভাসুৰে প্ৰহাৰিলা।
চক্ৰজাল বাণ একপাত নাৰাখিলা ॥ ১৫২
দুইৰো শৰে আকাশ ঢাকিলা নিৰন্তৰ।
আপোনাক নেদেখয় নাই পৰাপৰ ॥
অৰ্জ্জুনৰ শৰ সব উফৰিয়া পৰে।
ৰাক্ষসসবত পৰি যূথে যূথে মৰে ॥ ১৫৩
পাছে পাৰ্থ প্ৰহাৰিলা জয়পতি বাণ।
আপোন পৰৰ বাণ কৰিলা নিৰ্য্যাণ ॥
কৰিলা আন্ধাৰ যেন ৰবিৰ কিৰণ।
যেন দেখি আনন্দ লভিলা দেৱগণ ॥ ১৫৪
সহি ৰেলা জম্ভাসুৰ বাৰ বলিযাৰ।
... নক লাগি সিটো হানিলা পশাৰ ॥
অলক্ষ্য ভৈলন্ত বীৰ ৰথ সমন্বিতে।
মেঘক ঢাকিলা যেন প্ৰচণ্ড আদিত্যে ॥ ১৫৫
সাহবেলা নকুলে হানিলা পঞ্চবাণ।
সিটো শৰে কাটিলেক বাহু পাঞ্চখান ॥
চোট পাইয়া ৰাক্ষসে প্ৰহাৰিলা শৰ।
পাখাময় ভৈলা নকুলৰ কলেৱৰ ॥ ১৫৬
ৰাক্ষসৰ প্ৰহাৰে নকুল মহাবীৰ।
মূৰ্চ্ছা গৈল ৰথমাজে বহয় ৰুধিৰ ॥

পূৰ্ণিমা সাৰথি আঙ্কোৱালি তুলি ধৰি।
কিছু সুস্থ কৰিলেক বচনে সাদৰি॥ ১৫৭
প্ৰাপ্তি পায়া নকুলেও ধনুক ধৰিলা।
দুইপাত অৰ্দ্ধচন্দ্ৰ গুণত জুৰিলা।
মহাবেগে দুইশৰ ক্ৰোধে নিক্ষেপিলা।
ধনু সমন্বিতে বৃদ্ধ আঙ্গুলি ছেদিলা॥ ১৫৮
ধনুক কাটিয়া অসংখ্যাত শৰ মাৰি।
ছাইলা দশো দিশে যেন প্ৰভাত-কুঁয়ৰী* ॥
অসুৰেও দুই শৰ প্ৰহাৰ কৰিলা।
নকুল বীৰক ৰথ সমে শালি থৈলা॥ ১৫৯

ভীম-জঙ্ঘাসুৰৰ যুদ্ধ

বৈশম্পায়ন বদতি শুনা নৰেশ্বৰ।
গদা তুলি খেদি গৈলা বীৰ বৃকোদৰ॥
হেন দেখি জঙ্ঘাসুৰে পৰিলা ভূমিত।
অদৃশ্য স্বৰূপে গৈয়া চাপিলা সমীপ॥ ১৬০
হুঁ হুঁ বুলি কোব বসাইলা জঙ্ঘাসুৰে।
ভীমেও প্ৰহাৰ কৰিলন্ত গুৰুতৰে॥
দুইৰো দুই গদা পাৰি আৰ্ত্তৰাৱ কৰি।
দুয়োজনে প্ৰহাৰয় প্ৰমত্তকেশৰী॥ ১৬১

*কুঁয়ৰী — কুঁৰী, কুঁৱলী

ছেগে বৃকোদৰে গদা দৃঢ়মুষ্টি ধৰি ।
হৃদয়ত কোবক বসাইলা টান কৰি ॥
পৰিলেক গদা তান শৰীৰ সন্ধানে ।
অগ্নিৰ কণিকা উফৰিলা তেতিক্ষণে ॥ ১৬২
তথাপিতো জঙ্ঘাসুৰে দুখ নপাৱয় ।
ভীমৰ গদাৰ কোবে পৰ্ব্বত ভাঙ্গয় ॥
ভীমক মাৰিবে মনে ফুৰে ছিদ্ৰ চাই ।
মদমত্ত নাগে যেন মাথাক কম্পায় ॥
গদাৰ উপৰে গদা পৰে বাৰম্বাৰ ।
অগনিৰ কণিকা নিকালে জাতিষ্কাৰ ॥
ছেগ চাই বৃকোদৰে পাছ ভিতি চাইলা ।
ৰথৰ ইন্দুৰ সব কোবাইবে লৈলা ॥ ১৬৪
পৰম প্ৰচণ্ড বৃকোদৰ বীৰবৰ ।
তান কোবে লোম নৰলয় ইন্দুৰৰ ॥
জঙ্ঘাসুৰে বোলে কিনো আচল দুৰ্জ্জয় ।
একমুণ্ড-নৰগোট পাকত ঘূৰয় ॥ ১৬৫
মায়া সম বেগে বীৰ ঘূৰিয়া ফুৰয় ।
চল পালে কোনোমতে কোবেক দিয়য় ॥
তাৰ চলে ঘূৰোঁ বুলি অসুৰে হাসিলা ।
তেতিক্ষণে বৃকোদৰ মাথাত চড়িলা ॥ ১৬৬
মাথাত চড়ন্তে জঙ্ঘাসুৰে নজানিলা ।
ভীমৰ হাতৰ গদা হুঁসকি পৰিলা ॥

ইমুণ্ডত জাম্প দিয়া সিমুণ্ডত পৰে।
চৰ মাৰে ঘণ্টালাৰে কতো হুঁম ছাড়ে॥ ১৬৭
নিছিণ্ডয় শিৰ তাৰ যেন বজ্ৰৱত।
ইভিতি সিভিতি কৰে প্ৰচণ্ড লাঠিত॥
এহিমতে আজুৰি ছিঙ্গিবে নপাৰিলা।
জীউ আদ্য মাথা যায় তাহাত চড়িলা॥ ১৬৮
নাসিকাৰ পন্থ যেন গিৰিৰ গহ্বৰ।
তাত পশিলেক যায় বীৰ বৃকোদৰ॥
সেহি পন্থে ভীমসেন গৈলন্ত উজায়।
লোমত ধৰিয়া সিটো তালু প্ৰবেশয়॥ ১৬৯
পদ্মাসন ভিৰি ভীমে তহিতে বসিলা।
চৌৰাশী হাজাৰ মান কীল বসাইলা॥
তথাপিতো জঙ্ঘাসুৰে তাক নজানিলা।
কৈক গৈলা বুলিয়া দশো দিশে চাইলা॥ ১৭০
জাম্প দিয়া বৃকোদৰ নামিলা ভূমিত।
পুনৰপি গদা ধৰি চাপিলা সমীপ॥
দেখি জঙ্ঘা অসুৰেও গদা লৈলা দাঙ্গি।
শেন যেন জাম্প দিলা কপোতক লাগি॥ ১৭১
পুনৰপি গদাশ্ৰমে যুজে দুই বীৰ।
গদাৰ প্ৰহাৰে তান গাৱ নোহে স্থিৰ॥
পূৰ্ণিমা দিবসে যেন উথলে সাগৰ।
সিমত শৰীৰে তান গদাৰ প্ৰহাৰ॥ ১৭২

তিনি প্ৰহৰেকমান সমৰ কৰিলা।
গদাৰ কোবত তাৰ গাৱে বিহৰিলা॥
অসুৰৰ গাৱে ৰুধিৰৰ বহে নদী।
তথাপিতো ভীমক থৈলেক শূলে বিন্ধি॥ ১৭৩
মৃতকৰ প্ৰায় ভৈল বীৰ বৃকোদৰ।
ৰুধিৰে দগধ অতিশয় কলেৱৰ॥
নচলয় ভৰি হাত নিশ্বাস কাঢ়য়।
সেহি বেলা শশধৰ ভৈলন্ত উদয়॥ ১৭৪
পাছ গুচি জঙ্ঘাসুৰ উঠিলন্ত ৰথ।
অনন্তৰে নকুল ভৈলন্ত কিছু সুস্থ॥
সেহি বেলা পূৰ্ণিমা সাৰথি নকুলৰ।
আজুৰিয়া শেলপাত লৈলা হৃদয়ৰ॥ ১৭৫
নকুলেও সুস্থ হুয়া বসিলা ৰথত।
অৰ্জ্জুন ভীমক দুই নেদেখি আগত॥
সহদেৱ সমে দুই আসিলন্ত তথা।
শুনা মহাৰাজ পাছে যেন ভৈল কথা॥ ১৭৬
ভীমক বিচাৰি চাৰি বীৰ চলি গৈলা।
পৰি আছে ভীমসেন দূৰতে দেখিলা॥
সমীপ চাপিলা যায় মনে শোক কৰি।
কাঢ়িলন্ত শূলপাত চাৰিয়ো আজুৰি॥ ১৭৭
উঠিয়া বসিলা ভীম কৃষ্ণক সুমৰি।
ৰথত চড়িলা যায় সৈন্যৰূপ ধৰি॥

অর্জ্জুনক বিচাৰি গৈলন্ত অনন্তৰে।
বন্দী হুয়া আছে বীৰ শবৰৰ পঞ্জাৰে* ॥ ১৭৮
শবৰৰ পঞ্জাৰ সব কাতিয়া পেলালা।
ৰথ সমন্বিতে সব্যসাচী বাজ ভৈলা ॥
ক্ষুধায়ে তৃষ্ণায়ে আতি ভৈল অশকত।
নচলয় হাত ভৰি মৃত্যুক সাক্ষাত ॥ ১৭৯
যুদ্ধত পাণ্ডৱ সব ক্ষুধাতুৰ ভৈলা।
অমৃত পায়স আনি শশধৰে দিলা ॥
অমৃত পানত ৰূপ দুগুণ বাঢ়িলা।
আপুনাৰ থানে চন্দ্ৰ উলটিয়া গৈলা ॥ ১৮০
সেহি বেলা চাৰি ভাই মহাবেগে গৈলা।
অসুৰৰ আগে যায় গৰ্জ্জিবাক লৈলা ॥
জঙ্ঘাসুৰে বোলে কিনো মানুষ দুৰ্জ্জয়।
শূলে বিন্ধি থওঁ তভো উঠিয়া বসয় ॥ ১৮১
কৈত আছা কবন্ধ আসিয়ো শীঘ্ৰ কৰি।
মৰা মানুষক নিয়া যমৰ নগৰী ॥
ৰাজাৰ আদেশে খেদি গৈলা তেতিক্ষণে।
নৱ লক্ষ কবন্ধ আসিলা তেতিক্ষণে ॥ ১৮২
চতুৰ্দ্দশী ৰাত্ৰি ভৈল চন্দ্ৰমা উদয়।
মহাজ্যোতিৰ্ম্ময় ৰাত্ৰি দেখি দিনময় ॥

*পঞ্জাৰ = পঞ্জৰ, সজা।

সাতঘটিমান ৰাত্রি ভৈলন্ত তথাত।
আন কবন্ধক ভীমে দেখিলা সাক্ষাত॥ ১৮৩
হৃদয়ত দুই চক্ষু যেন তৰঙ্গিনী।
হলাহল কৰে যেন প্রলয় অগনি॥
বৃক্ষৰ সদৃশ হাত বহুদূৰ প্রায়।
ভীমক দেখিয়া সবে গর্জ্জিয়া আসয়॥ ১৮৪
হেন দেখি ভীমে পাছে মনে দৃঢ় কৰি।
ভাঙ্গা ছিঙ্গা গদা-ধনু আনিলা বিচাৰি॥
চতুৰ্ভিতি বেঢ়ি ভীমে গড়ক বান্ধিলা।
তাহাৰ মধ্যত এক উত্তৰী ৰাখিলা॥ ১৮৫
মনত আলোচি ভীমে চুপি আছে বেগে।
গুণি গান্থি শেষে খেদি গৈলা এক ছেগে॥
পাছক নুগুণি সবে উত্তৰী পশিলা।
দেখিয়া ভীমৰ মনে আনন্দ মিলিলা॥ ১৮৬
তেতিক্ষণে ভীম যায় তেঙ্গাৰ বান্ধিলা।
উজানৰ মাছ যেন প্রহাৰ কৰিলা॥
ৰাজাৰ বস্ত্রক যেনমতে ধোৱে ধৰি।
সেহিমতে ভীমে মাৰে থিক থাক কৰি॥ ১৮৭
তিনিপ্রহৰেকমান কোবাই আসিলা।
নব্ব লক্ষ কবন্ধক নিগুটি কৰিলা॥

নিগুটি = নিৰ্ম্মূল, সৰ্ব্ব নধ্বংস।

কবন্ধ বধিয়া বৃকোদৰ বীৰবৰ।
পূৰ্ব্ব দিশে চাহন্ত উদিত দিবাকৰ॥ ১৮৮
বোলন্ত আমাৰ আজি গুচিল বিলায়।
ভগৱন্ত দিবাকৰ ভৈলন্ত উদয়॥
ভাতৃ সকলৰ মই দেখিবোহো মুখ।
এবেসে জানিলো মোৰ দূৰ ভৈল দুখ॥ ১৮৯
জঙ্ঘাসুৰে দেখয় কবন্ধ ভৈল হত।
দুৰ্জ্জয় মানুষ ইটো জানিলা মনত॥
এহি বুলি ধনু ধৰি যুজিবাক লৈলা।
সেহিকালে মাদ্ৰাসুত দ্বিগুণে আসিলা॥ ১৯০
সহদেৱ সমে ভৈল সমৰ দুষ্কৰ।
শুনা একমনে পৰাক্ষিতৰ কুমাৰ॥
প্ৰথমতে সহদেৱে ধনু খান টানি।
মহাকোপে দশশৰ পঠাইলা হানি॥ ১৯১
জঙ্ঘাসুৰে দেখি প্ৰহাৰিলা ভীমবাণ।
সহদেৱ-শৰে তাক কৰিলা নিৰ্য্যাণ॥
তাত পাছে কণিয়ালী বাণ প্ৰহাৰিলা।
সহদেৱ বীৰৰ যে কিৰীটি কাটিলা॥ ১৯২
উলটিয়া সহদেৱ ৰথত বসিলা।
কঙ্কালৰ বস্ত্ৰ কাঢ়ি মাথাত বান্ধিলা॥
মহাক্ৰোধে সহদেৱে টঙ্কাৰিলা ধনু।
কিৰীটিৰ শোকে শৰ প্ৰহাৰিলা পুনু॥ ১৯৩

তূণত নাৰাখি বাণ হানিলা সকল।
শ্ৰাৱণৰ মেঘ যেন বৰষিলা জল॥

সহদেৱ হাতে ছিদ্ৰ ভৈলা শিৱনাথ।
বৈদ্য দেখি সৰ্পে যেন নমাইলা মাথ॥ ১৯৪

কুশগাছ দিবাক গাৱত সন্ধি নাই।
সেহিমতে অসুৰৰ ঢাকি সৰ্ব্বত্ৰয়॥

যেন বৃষ্টিজলে ঢাকিলেক পৰ্ব্বতক।
সেহি ৰূপে ঢাকিয়া ধৰিলা অসুৰক॥ ১৯৫

ছেদি ভেদি শৰসব বাজ হৈয়া গৈল।
সবে শৰ কাটিলন্ত তনু গোট বৈল॥

বাহু কাটিলেক অসংখ্যাত শৰ মাৰি।
কেৱল ৰহিলা তাৰ আদ্য হাত ভৰি॥ ১৯৬

বাসৱৰ শৰে যেন বিদাৰি পৰ্ব্বত।
গেৰু ধাৰা বহিয়া যে পৰয় ভূমিত॥

সেহিমতে ৰুধিৰ বহয় গাৱ ভেদি।
খাল বাম ভৰি যেন বহি গৈল নদী॥ ১৯৭

কটা হস্ত মানে তাৰ পৰিলা ভূমিত।
দেখি সব সেনাগণ ভৈলন্ত অদ্ভুত॥

যেন থোপ হুয়া আছে শালবৃক্ষবৰ।
ৰাক্ষসৰ বাহু ভৈল পৰ্ব্বত আকাৰ॥ ১৯৮

উপৰত শিৰ সব যেন ভৈল শৃঙ্গ।
ৰবিৰ ৰশ্মিক হেন দেখিতে বিৰিঙ্গ *॥

* বিৰিঙ্গ = চমৎকাৰ।

শিৰে অলঙ্কাৰ তান দেখিতে উপাম।
অদ্যাপি জ্বলয় তাৰ বাহু-গিৰি নাম॥ ১৯৯
ভৈলন্ত পৰম যুদ্ধ আতি ভয়ঙ্কৰ।
জুঙ্গলি ছিঙ্গিয়া মুখ উলটি ৰথৰ॥
খণ্ড খণ্ড কৰিলন্ত বাণগণে ছেদি।
ৰথ সব উটি যায় শোণিতৰ নদী॥ ২০০
কিৰীটি কুণ্ডল মণি মুণ্ড সমে পৰি।
তেজে তল স্থল হুয়া আছে দান্ত পাৰি॥
কহন্ত বৈশম্পায়ন শুনা জন্মিজয়।
পাছ ভৰি নকৰয় জঙ্ঘা দুৰাশয়॥ ২০১
প্ৰশংসা কৰিলা সহদেৱক বিস্তৰ।
ছাৱাল দেখিলো যেন সৰ্পৰ কুমাৰ॥
হুঁ হুঁ বুলি শাল বৃক্ষ ধৰি মহাবলী।
ভীমক খেদিয়া গৈল থাক্ থাক্ বুলি॥ ২০২
ভীমেয়ো লৈলেক এক গোট তৰুশাল।
অন্তকালে প্ৰকাশয় যেন মহাকাল॥
অসুৰে বসালা কোব আতি গুৰুতৰ।
পাকত ঘূৰিয়া ৰৈল বীৰ বৃকোদৰ॥ ২০৩
ছিদ্ৰ পাই পুনৰপি কোবক বসালা।
ভীমৰ হাতৰ বৃক্ষ খণ্ড খণ্ড ভৈলা॥
শূন্যহাত হুয়া ভীমে গুণয় মনত।
জাম্প দিয়া ধৰয় অসুৰৰ বৃক্ষত॥ ২০৪

ইভিতি সিভিতি টানাটানি কৰে দুই।
ৰাক্ষসৰ পৰাক্রম ভীম সম নুই ॥
মনত গুণিয়া ভীমে উপায় চিন্তিলা।
শিশুবুদ্ধি এক তান মনত পৰিলা ॥ ২০৫
আগে বল দিয়া টানি পাছে এৰি দিলা।
শাল বৃক্ষ সমে ৰাজা নিচলে পৰিলা ॥
আথে বেথে অন্য তৰু লৈলা বৃকোদৰ।
দুনাই দুইৰো ঘোৰ মিলিল সমৰ ॥ ২০৬
পূৰ্ব্বে যেন যুদ্ধ ভৈল বলী বাসৱৰ।
সেহিমতে যুজে জঙ্ঘাসুৰ বৃকোদৰ ॥
গদা-যুদ্ধে যুজিলন্ত চৈদ্ধ দণ্ডমান।
ভাগৰিলা দুই বীৰ পীড়া পায়া টান ॥ ২০৭
একখণ্ড শিলা জঙ্ঘাসুৰে আলাগিয়া।
মহাকোপে প্রহাৰিলা ভীমক লাগিয়া ॥
ভীমেও হানিলা একগোট বিপৰীত।
ঠেকা লাগি দুই গোট ভৈল চূৰ্ণাকৃত ॥ ২০৮
তাত পাছে দুইগোট ইন্দুৰ পৰিলা।
অসুৰৰ গাৱে পৰি উফৰিয়া গৈলা ॥
সৈন্যত পৰিলা যায় শিল ভয়ঙ্কৰ।
দুইলক্ষ সেনা মৰি গৈল যমঘৰ ॥ ২০৯
আৰো একখণ্ড শিলা হৰিষে হানিলা।
ভীমসেনে গদা ধৰি বাটতে ভাঙ্গিলা ॥

শুনিয়োক সভাসদ বনপৰ্ব্ব-কথা।
মানবী জনম পাই নকৰিয়ো বৃথা॥ ২১০
একচিত্ত মন কৰি শুনা সৰ্ব্বজন।
বনপৰ্ব্ব কথা ইটো অপূৰ্ব্ব কথন।
পঞ্চ পাণ্ডৱৰ যশ বঢ়ান্ত শ্ৰীহৰি।
মহাজন জনে যাক গাৱে ৰঙ্গ কৰি॥ ২১১
পৃথিবীৰ ভাৰ হৰি খণ্ডিলা আপদ।
মনুষ্যগণক দিলা পৰম সম্পদ॥
সবাৰো কেশত যে অন্তকে আছে ধৰি।
নামক নলৈয়া মৰে আত্মঘাত কৰি॥ ২১২
শুনা সামাজিক লোক এৰি মিছা ধাণ্ডা *।
পৰলোকে ৰাম-নাম-ধন গলে বান্ধা॥
বিলম্ব নকৰি সবে বোলা ৰাম ৰাম।
হেন নাম লৈয়া সবে সাধা মনস্কাম॥ ২১৩

---

* ধাণ্ডা — চিন্তা

# দুলড়ী

শুনা সভাসদ, বনপৰ্ব্ব-পদ,
সংসাৰৰ দুষ্ট-দণ্ড।
সেহি বেলা জঙ্ঘা- সুৰে মহাকোপে,
হানিলন্ত শিলাখণ্ড ॥
ভীমেও তেখনে, একখণ্ড লৈয়া
হানিলা তাহাক লাগি।
দুয়ো খণ্ড যায়, মধ্যে ঠেকা খায়,
খণ্ড খণ্ড ভৈলা ভাগি ॥ ২১৪
আৰো শিলাখণ্ড, ধৰি জঙ্ঘাসুৰে,
ভীমক খেদিয়া গৈলা।
দেখি বৃকোদৰ, মহা ভয়ঙ্কৰ,
ক্রোধে অন্যখণ্ড লৈলা ॥
জঙ্ঘাসুৰে বোলে, ভীম দুৰাচাৰ,
মোৰ বল বুজ তই।
তোহোক নমাৰি, গৃহক নপশো,
অঙ্গীকাৰ কৰো মই ॥ ২১৫
এহি বুলি শিলা, খণ্ড প্ৰহাৰিলা,
চাহিলন্ত বৃকোদৰে।
জাম্পদিয়া সিটো, আলাগতে ধৰি,
হানিলন্ত চপকাৰে ॥

জঙ্ঘাসুৰে দেখি, আগবাঢ়ি আসি,
হাসি হিয়া পাতি ৰৈলা।
তিনি বাৰ ঘূৰি, হৃদয়ত পৰি,
হুঁহকি ভূমিক গৈলা॥ ২১৬
শিলাৰ সন্ধানে, লোম নৰলিল,
জঙ্ঘাসুৰ বলিয়াৰ *।
হাসি হাসি পাছে, ভীমক মাতয়,
শুনৰে পাণ্ডু-কুমাৰ॥
মহাবীৰ তই, সবে বাখানয়,
প্ৰশংসে দেৱসকল।
মোৰ হাতে পৰি, চল যমপুৰী,
পাপীষ্ঠ দুষ্ট নিস্থল॥ ২১৭
তোৰ কোন দেৱ, মনে কৰা সেৱ,
ইবিলি মৰিবি প্ৰাণে।
এহি বুলি দুষ্টে, কোপে খেদি গৈলা,
ধৰিলন্ত বৰ টানে॥
উৰ্দ্ধক লাগিয়া, হানিলন্ত দলি,
মহাক্ৰোধে জঙ্ঘাসুৰে।
পঞ্চ যোজন, মান উধায় গৈল,
যেন শিল্পী-যন্ত্ৰ ঘূৰে॥ ২১৮

* বলিয়াৰ = বলী

হেন দেখি বায়ু, উপায় চিন্তিলা,
আতি বৰ মহাশ্ৰমে।
প্ৰচণ্ড বতাসে, ঘূৰাই ফুৰায়,
মাতিত থৈলন্ত লাসে॥
মহালীলা কৰি, মহীত পৰিলা,
বৃকোদৰ বীৰবৰে।
প্ৰাণ গৈল বুলি, জঙ্ঘাসুৰ বীৰে,
নাদিলা আতি বিস্তৰে॥ ২১৯
নিচেষ্ট দেখিয়া, অসুৰে হাঁসয়,
মৰিল বায়ু-কুমাৰ।
কৰতালি বাই, ৰথ হন্তে যাই,
চাহিবে দিলা লৰৰ॥
কিবা জীউ গৈল, কিবা প্ৰাণ ৰৈল,
নিশ্চয় নাহি মনত।
এহি বুলি দুষ্ট, ৰাক্ষস গৰিষ্ঠ,
ছাপিলা গৈয়া সমীপ॥ ২২০
ভীমেও দেখিলা, অসুৰ আসিলা,
আবে কোন বুদ্ধি কৰো।
হেন শুনি ভীমে, নিশ্বাস তেজিলা,
ইবেলি সমূলে মৰো॥
অসুৰে দেখয়, কাটিব উচ্ছায়,
মানুষৰ প্ৰাণ গৈল।

নিহালয় * আতি, চাহে চতুৰ্ভিতি,
মনে বৰ ৰঙ্গ ভৈল ॥ ২২২

উলটি আসিয়া, সৰমা-তনয়,
পৰম কৌতুক মনে।
শঙ্খ, শিঙ্গা, যত, বাৰে নানামত,
জয় তাল ঘনে ঘনে ॥
মহীধৰ্ম্ম নামে, সাৰথি তেখনে,
যোগাইলা ৰথবৰ।
শত বৰাহৰ, মহাভয়ঙ্কৰ,
চলিলন্ত খৰতৰ ॥ ২১১

আৰ তিনি ভাই, ধনুশৰ লই,
আছয় ৰথত চড়ি।
তাহাকো মাৰিয়া, পেশো যমঘৰে,
লগত দিয়ো সত্যাৰি † ॥
নিশ্চয় স্বৰূপে, আস্ফোট ‡ কৰিয়া,
বৰাহৰ ৰথে চলি।
মহাদৰ্প কৰি, যায় জঙ্ঘাসুৰ,
হাততে মুদ্গৰ ধৰি ॥ ২২৩

* নিহালয় = দেখে।

† সত্যাৰি = সইতাৰি, সতীযোৰা কাৰ্য্য।

‡ আস্ফোট = যুঁজৰ সময়ত বাহুত মৰা চাপৰ।

অৰ্জ্জুন, ভীম নকুলৰ, লগত জঙ্ঘাসুৰৰ যুদ্ধ

অৰ্জ্জুনে দেখয়, ৰাক্ষস আসয়,
মুদ্গৰক ধৰি কৰে।
অৰ্জ্জুনেও ধনু শৰ টঙ্কাৰিয়া,
হানিলন্ত চপকাৰে ॥*
জঙ্ঘা অসুৰৰ, মুদ্গৰক ছেদি,
বাহিৰিয়া গৈল শৰে।
দেখিয়া অসুৰ, ৰাক্ষস দুন্দুৰ,
নসহিলা কলেৱৰে ॥ ২২৪
অৰ্জ্জুনক লাগি, শকতি হানিলা,
চমৎকাৰে খেদি গৈল।
পৱন সঞ্চাৰে, হৃদয়ত বিন্ধি,
পিঠি পাশে সৰকিল ॥
মূৰ্চ্ছা যায় কতো- ক্ষণে সুস্থ ভৈল,
মহাবীৰ ধনঞ্জয়।
পুনু দশ শৰ, নকুলক লাগি,
হানিলন্ত দুৰাশয় ॥ ২২৫
নকুলৰ মৰ্ম্ম- স্থল ভেদিলেক,
ৰাক্ষসৰ বাণ পৰি।
নকুল বীৰেও, নগণিয়া তাক,
কাঢ়িলা হাতে আজুৰি ॥

* চপকাৰ = শীঘ্ৰে।

বৈশম্পায়ন মুনি, জন্মিজয় আগে,
সব প্ৰশংসিয়া কৈল।
ভাতৃৰ বিকল,* দেখি বায়ু-সুতে,
উঠি শাল বৃক্ষ লৈল॥ ২২৬
হাতে শাল বৃক্ষ, ধৰি বৃকোদৰ,
লাহে লাহে চলি গৈল।
সেহি বেলা ভীম- সেন মহাবলী,
ৰাজাৰ আগে ভেটিল॥
জঙ্ঘাসুৰে দেখি, বিস্ময় ভৈলন্ত,
এহি গোট বৃকোদৰ।
দুই হাতে ধৰি, দলে দলি হানি,
পেশি আছো যমঘৰ॥ ২২৭
মেলি হাত ভৰি, তৈতে আছে পৰি,
দেখি আসো বিদ্যমান।
সাক্ষাতে দেখিছো, মাখি উড়ি আছে,
নাসিকাত নাহি প্ৰাণ॥
হেন ভীমসেন, হাতে বৃক্ষ ধৰি,
আগে ভৈল উপস্থিত।
জানিলো অৱশ্যে, কিবা অথন্তৰ,
মিলিবেক বিপৰীত॥ ২২৮

---

*বিকল = ব্যাকুল।

কিবা স্বপ্ন দেখো, মনুষ্যৰ মায়া,
গুণিয়া নপাওঁ তত্ত্ব।
প্ৰত্যক্ষে দেখিলো, মনত শঙ্কিলো,
ধৰিলা ধনু হাতত ॥
যি হৌক সিহৌক, শক্তি প্ৰহাৰিয়া,
মাৰি পেশো যমঘৰ।
এহি বুলি ৰাজা, ক্ৰোধত জ্বলিয়া,
কৰিলা শক্তি প্ৰহাৰ ॥ ২২৯
বেগে চলি গৈয়া, ভীমৰ হিয়াত,
পৰি পিঠি বাজ ভৈল।
অৰ্জ্জুনৰ হিয়া, বিদাৰ কৰিয়া,
নকুলক খেদি গৈল ॥
নকুলৰ মৰ্ম্ম- স্থল ভেদি যায়,
সহদেৱক দিলা ধাৱ*।
সহদেৱৰ বুকে, উফলি পৰিল,
পুনঃ পুনঃ সাতবাৰ ॥ ২৩০
মহা দুঃখে সহ- দেৱ মূৰ্চ্ছা গৈল,
পুনঃ শক্তি বাজ ভৈল।
দুই সাৰথিৰ, হিয়া বিদাৰিয়া,
উলটি তূণে পশিল ॥

---

*ধাৱ — খেদি যোৱা কাৰ্য্য।

হেনয় অদ্ভুত, দেখি দেৱগণে,
কৰে হাহাকাৰ ৰোল।
জঙ্ঘাসুৰ আদি, যত সৈন্যমানে,
বেঢ়ি বাৱে ঢাক ঢোল ॥ ২৩১
মুহূৰ্ত্তকে ভীমে, চেতন লভিয়া,
হৰি স্মৰি সুস্থ ভৈল।
আৰো তিনি ভাই, পৰিয়া আছিল,
চেতন লভি উঠিল ॥
মহা ক্ৰোধে ভীম, দেখি যেন যম,
চাৰি দণ্ড পন্থ হয়।
হেন ভয়ঙ্কৰ, একখণ্ড শিলা,
হানিলন্ত মহাশয় ॥ ২৩২
পবন সঞ্চাৰে, চমৎকাৰে গৈল,
ৰথৰ মাজে পশিল।
মহীধন নামে, সাৰথি সহিতে,
ৰথখান চূৰ্ণ ভৈল ॥
জাম্প দিয়া ৰাজা, ভূমিত পড়িলা,
অদ্ভুত দেখিয়া আতি।
মহা ভয়ানক, শিলাখণ্ড পৰি,
থৈলেক ৰথক জান্তি* ॥ ২৩৩

---

*জান্তি—হেঁচি লগাই থোৱা।

শুনা সব নৰ, কথা মনোহৰ,
পদ জজ্ঘাসুৰ বীৰ ।
ইহাক শ্ৰৱণে, পাপ সমস্তৰ,
গুচয় জানিবা স্থিৰ ॥
যত শত্ৰুচয়, সিয়ো হোৱে ক্ষয়.
কলিমল হোৱে নাশ ।
মাধৱৰ নিজ, চতুৰ্ভুজ পাই.
লোৱে বৈকুণ্ঠত বাস ॥ ২৩৪
অপূৰ্ব্ব কথন, আত দিয়া মন.
মোক ক্ৰোধ নকৰিবা ।
শাস্ত্ৰ সাৰ চাই, যদি কথা নাই,
তেবেসে মোক নিন্দিবা ॥
জনেক ব্ৰাহ্মণ, সুন্দৰ দেখিয়া.
সুৱৰ্ণক অভিলাষে ।
হৰিদ্ৰাক লৈয়া, পৰম আনন্দে,
আসিলা ভাৰ্য্যাৰ পাশে ॥ ২৩৫
সুৱৰ্ণ বুলিয়া, হৰিদ্ৰাক লওঁ,
ভৈলো মই ভ্ৰম অতি ।
ভাষ-ভুষ এৰি,* বোলা হৰি হৰি,
তেবেসে হৈবেক গতি ॥ ২৩৬

---

*ভাষ-ভুষ = মিছা-মিছি ।

# পদ

## সহদেৱৰ হাতত জঙ্ঘাসুৰৰ পতন

মুনিয়ে বোলন্ত ৰাজা শুনা নৃপবৰ।
বৰাহৰ ৰথ ভাঙ্গিলন্ত বৃকোদৰ ॥
মহাদুখে নৃপতিৰ সংগ নাযায়।
কান্দিলন্ত সাৰথিৰ গুণক বৰ্ণায় ॥ ২৩৭
ৰথ সমন্বিতে মহীধৰ্ম্মক মৰালো।
এবেসে জানিলো মই সমূলে মৰিলো ॥
সেহি বেলা অজপতি সাৰথি তেখনে।
ভেড়া ছাগলৰ ৰথ সাজি তেতিক্ষণে ॥ ২৩৮
দুইশত ভেড়াক দেখন্তে মহাভয়।
মাখি পৰিলেও শৃঙ্গে দোহাৰ হোৱয় ॥
আথে বেথে নৃপতিক যোগাইলা নিয়া।
সাৰথিক প্ৰশংসি উঠিল জাম্প দিয়া ॥ ২৩৯
প্ৰচণ্ড বতাসে যেন কদলী কম্পয়।
প্ৰমত্ত ৰথত চড়ি জঙ্ঘা দুৰাশয় ॥
ভীমক মাতয় জঙ্ঘাসুৰ নিশাচৰ।
তোহোক ইবাৰ মই নিবো যমঘৰ ॥ ২৪০
এহি বুলি ধনুধৰি মহাদৰ্প কৰি।
সহদেৱে ভেটিলা ভীমৰ আগবাঢ়ি ॥
এতহন্তে মহাবীৰ সৰমা-তনয়।
অযুত নিযূত লক্ষ বাণ বৰিষয় ॥ ২৪১

সেহি বেলা কোপে সহদেৱ বীৰবৰ।
পঞ্চপাত ক্ষুৰ-তীক্ষ্ণ বাণ ভয়ঙ্কৰ॥
ধনুখান হাততে কাটিলা একশৰে।
দুইশৰে দুইতূণ কাটিলা সত্বৰে॥ ২৪২
একগোট শৰে আৰো বাহুক কাটিলা।
আৰো শৰ বুকে পৰি ভোটা হুই গৈলা॥
দুই বাহু সমে আদ্য শিৰ গোট আছে।
যুধিষ্ঠিৰে যি কৰিলা শুনা তাত পাছে॥ ২৪৩
যুদ্ধক পঠায় যুধিষ্ঠিৰ মহাশান্ত।
যাজ্ঞবল্ক্য ঋষিৰ আশ্ৰমে আছিলন্ত॥
তথাতে আছন্ত কতোমান মহাঋষি।
ঈশ্বৰৰ গুণ গাই থাকন্ত হৰিষি॥ ২৪৪
মহাৰঙ্গে তথাত আছন্ত মহীৰায়।
চাৰি ভাইক স্মৰন্তে দণ্ডে যুগ যায়॥
দ্ৰুপদ-নন্দিনী সমে গুণিয়া থাকিলা।
দশ দিন বহি গৈল তথাপি নাসিলা॥ ২৪৫
দ্বিতীয় প্ৰহৰ যায় শেষ ৰাত্ৰি ভৈল।
সেহি সময়ত ৰাজা স্বপ্নক দেখিল॥
চাৰিৰো হৃদয়ে দেখে চাৰিটা মাহুত।
নকৰিলে যুদ্ধ তেভো কৰাও বহুত॥ ২৪৬
কথা শুধিলেও চাৰি ভাই নমাতয়।
উলটিয়া চাবিজনে শিলক ডাঙ্গয়॥

বৰ বৰ শিল ভাঙ্গি গুড়ি কৰি লয়। .
মুষ্টি কৰি চাৰ জনে উৰ্দ্ধক ক্ষেপয়॥ ২৪৭
ৰজনী পোহায় ৰাজা জাগিলন্ত তথা।
যাজ্ঞবল্ক্য ঋষিত কহিলা স্বপ্নকথা॥
যোগবলে যাজ্ঞবল্ক্য ৰাজাত কহিলা।
ভাৰ সংহৰিবে চাৰি অৱতাৰ ভৈলা॥ ২৪৮
বাহুত দেখিলা যিটো পৰম ঈশ্বৰ;
শুভাশুভ ফল ভুঞ্জাৱন্ত জগতৰ॥
বৰ বৰ শিল যিটো জগতৰ বীৰ।
তাক মাৰি খণ্ডিবেক ভাৰ ধৰণীৰ॥ ২৪৯
উৰ্দ্ধক ক্ষেপিলা যিটো শিলা গুড়ি যত।
সমৰে পৰিয়া সবে ৰহিব স্বৰ্গত॥
হেন জানি তোমাৰ কুশল ধৰ্ম্মৰাজ।
ৰণ-যজ্ঞ চাহিবাক শীঘ্ৰে হোৱা বাজ॥ ২৫০
এহি বুলি যাজ্ঞবল্ক্য ঋষি লৰিলন্ত।
উত্তৰক মুখে তিনি জন চলিলন্ত॥
যাহন্তে যাহন্তে যাজ্ঞসেনী ভাগৰিলা .
তিনি দিনে বৈদৰ্ভ দেশত প্ৰবেশিলা॥ ২৫১
অনন্তৰে পাইলা যায় নগৰৰ কোল।
ৰণভূমি পশিলা সৈন্যৰ শুনি ৰোল॥
সহদেৱ জজ্মাসুৰে যুজিয়া আছন্ত।
এতহন্তে চাৰিও জ্যেষ্ঠক দেখিলন্ত॥ ২৫২

আথে বেথে সমীপ চাপিলা তেতিক্ষণে।
কৰিলা প্ৰণাম পৰি ধৰ্ম্মৰ চৰণে॥
জঙ্ঘাসুৰ সহিতে যেহেন যুদ্ধ ভৈলা।
ৰাজাৰ আগত সব বৃত্তান্ত কহিলা॥ ২৫৩
শুনি যুধিষ্ঠিৰ কৰিলন্ত আশীৰ্ব্বাদ।
কদাপিয়ো সমৰত নহৌক প্ৰমাদ॥
যুজিবাক লাগি ভীমে শিলা এক লৈল।
পাছ হোৱা বুলি সহদেৱক মাৰিল॥ ২৫৪
অসুৰক লাগি ভীমে প্ৰহাৰ কৰিল।
কালপাশ শৰ হানি শিলা উকুৱাইল॥
শিলা উকুৱায় সিটো কালপাশ শৰ।
ভীমক মুখত কৰি নিলা বহুদূৰ॥ ২৫৫
শীঘ্ৰ বেগে নিয়া শৰে ৰথত তুলিল।
দেখি জঙ্ঘা অসুৰৰ আনন্দ মিলিল॥
আকাশৰ চন্দ্ৰ যেন বালকে ধৰিল।
কালপাশ শৰক বহুত প্ৰশংসিল॥ ২৫৬
সহদেৱ নকুলক আনিবাক মনে।
একে দেৱেঁ ৰথৰ নামিলা তেতিক্ষণে॥
তিনি ভাইক আনিবে অসুৰে খেদিলা।
পাছে ভীমসেনে সাৰথিক যি কৰিলা॥ ২৫৭
সাৰথিক চাই ভীমে দিলন্ত উত্তৰ।
তোক আজি নিবো মই যমৰ দুৱাৰ॥

তুমি আমি একে ভাই নোহে ভিন্ন পৰ।
ভিনে ভিনে যত সৃজি আছে সৃষ্টিকৰ॥ ২৫৮
তথাপিতো কহো মিত্র সময়ৰ বেলা।
আমাক এৰিয়া দিয়া নকৰিবা হেলা॥
এহি গোট গদা মোৰ সহস্ৰ লোহাৰ।
আক ভাঙ্গি যুজিবাক শকতি কাহাৰ॥ ২৫৯
এহি বুলি বৃকোদৰে গদাক ধৰিলা।
অজপতি সাৰথিক কোবাই মাৰিলা॥
ৰথৰক্ষা সেনা সবে দিলেক লৰৰ।
কোবাই ভাঙ্গিলা ৰথ প্ৰমত্ত ভেড়াৰ॥ ২৬০
সেহি বেলা জজ্ঘাসুৰে নকুলক ধৰি।
অৰ্জ্জুনক ধৰিবাক যায় লীলা কৰি॥
হেন দেখি বৃকোদৰ লৰৰিয়া গৈল।
ৰাক্ষসৰ পাশে যায় আতাসেক দিলা॥ ২৬১
অসুৰৰ দুই কৰ্ণে তালিকা* লাগিলা।
নকুলক এৰি দুই কৰ্ণত ধৰিলা॥
ভূমিকম্প যান্তে যেন ভূমি নোহে স্থিৰ।
উলটি দেখয় ৰাজা ভীমসেন বীৰ॥ ২৬২
আথে বেথে শাল বৃক্ষ উভাৰিয়া লৈলা।
শৰীৰৰ বলে এককোবক বসালা॥

---

*তালিকা—কাণত সোপা লগা যেন বোধ।

ভীমেয়ো প্ৰহাৰ কৰিলেক বিপৰীত।
মহাছোটে গদা-বৃক্ষ ভৈল চূৰ্ণাকৃত॥ ২৬৩
অস্ত্ৰ চূৰ্ণ ভৈল দেখি মাল-বান্ধে ধৰি।
ধৰণীত পৰি কৰে বাগৰা বাগৰি॥
ভুকু কীল প্ৰহাৰ কৰয় থাত্ থাত্।
বজ্ৰৰ উপৰে যেন পৰে বজ্ৰাঘাত॥ ২৬৪
যি থানত পৰে তাৰ চৰণ প্ৰহাৰ।
সৰোবৰ সম হোৱে বহলে বিস্তৰ॥
ভীমৰ গাৱত বৰ বেদনা কৰয়।
তথাপিতো ভীমে গণাগণ নকৰয়॥ ২৬৫
এহিমতে ঘোৰ যুদ্ধ মিলি গৈল পাছে।
আকাশত দেৱগণে ৰঙ্গে চাহি আছে॥
জঙ্ঘা অসুৰৰ মৃত্যুসময় মিলিল।
শুনা জন্মিজয় পাছে যেন কথা ভৈল॥ ২৬৬
আকাশত ৰঙ্গে চাহি আছে দেৱগণে।
সেহি বেলা কহিলন্ত আকাশী বচনে॥
জঙ্ঘাসুৰে বৰ লভি আছয় হৰত।
নাহিকে মৰণ তাৰ অস্ত্ৰত শস্ত্ৰত॥ ২৬৭
বহুভাৱে পূজা কৰি মাগিলন্ত বৰ।
মোহোৰ শৰীৰ হৌক বজ্ৰ সমসৰ॥
দেৱাসুৰে যক্ষে ৰক্ষে নপাৰোক বলে।
অনেক বীৰক যেনো জিনিবো অকলে॥ ২৬৮

তাহাৰ পূজাত তুষ্ট ভৈলা মহেশ্বৰ।
দিলা বৰ হৌক বজ্ৰসম কলেৱৰ ॥
কিন্তু অল্প ললাটত মনুষ্যক ভয়।
হেন শুনি জঙ্ঘাসুৰ ৰঙ্গ আতিশয় ॥ ২৬৯
মনুষ্য পাইলে তাক কৰোহো ভোজন।
অল্প মনুষ্যক তাক নকৰো গণন।
মাতৃস্তন পান নাহি কৰে যিটো জন।
সিজনৰ হাতে হৈব ইহাৰ মৰণ ॥ ২৭০
মহাশান্তি আঙ্গুষ্ঠি দেৱৰ আছে পাই।
লক্ষ কৰি সন্ধানে মাৰিবে ছেগচাই ॥
এহি বুলি মৌন ভৈলা দেৱতাৰ দেৱ।
সহদেৱে শুনিলন্ত নুশুনিল কেৱ ॥ ২৭১
দেৱতাৰ শুনি হেন স্বৰূপ বচন।
সহদেৱ বীৰৰ আনন্দ ভৈল মন ॥
মহাশান্তি দ্ৰৌপদীক আতি দয়াতৰে।
হেন আঙ্গুষ্ঠিক দিয়া আছে দিবাকৰে ॥ ২৭২
উলটিয়া সহদেৱ আসিলন্ত ফিৰি।
যুধিষ্ঠিৰ নৃপতিক নমস্কাৰ কৰি ॥
দ্ৰৌপদীৰ আগে কহিলন্ত পূৰ্ব্বতত্ত্ব।
সূৰ্য্যৰ আঙ্গুষ্ঠি আছে তোমাৰ হাতত ॥ ২৭৩
দিয়োক সত্বৰে গৈয়া বধো ৰাক্ষসক।
নিজেও সাজি পাৰি ওলাইলা ৰণক ॥

সূৰ্য্যৰ আঙ্গুষ্ঠি সূৰ্য্য সম প্ৰকাশন্ত।
সহদেৱে প্ৰণামিয়া মাথাত লৈলন্ত॥ ২৭৪
যেন মহাসূৰ্য্যগোট ভূমিত পৰিল।
ৰশ্মি লাগি সমস্তৰে কান্তি দূৰ ভৈল॥
ঘনে ঘনে তিনিবাৰ মেদিনী লৰিল।
যত নদী নদ সবে উলটি বহিল॥ ২৭৫
জঙ্ঘা অসুৰৰ তেজ শক্তি ভৈল দূৰ।
ভীম সমে মাল যুদ্ধ এৰিলা অসুৰ॥
বৈশম্পায়ন বোলে পৰীক্ষিত তনয়।
তথাপিতো তাৰ মহতালি নুগুছয়॥ ২৭৬
অনন্তৰে শাল বৃক্ষ ধৰি মহাবলী।
সহদেৱক খেদি গৈল ৰহ ৰহ বুলি॥
অগ্নিত পতঙ্গ যেন জাস দেয় যায়।
সেহিমতে অসুৰৰ শ্ৰুতি জ্ঞান নাই॥ ২৭৭
দোষ এৰি সহদেৱে বচন বোলয়।
শুন অৰে জঙ্ঘাসুৰ কথা কহো মই॥
সন্মুখ সমৰে আজি তোক দিওঁ ঠাই।
তিনি বাৰ সহদেৱে বচন বোলয়॥ ২৭৮
গুৰু গৌৰবক সুমৰিয়ো দুৰাশয়।
ব্ৰহ্মা আদি কৰি ৰাখন্তোক কেহো নাই॥
তথাপিতো নগণিয়া আসে গহ কৰি।
বিদ্যুত সঞ্চাৰে আসে শাল বৃক্ষ ধৰি॥ ২৭৯

সেহি বেলা সহদেৱে কৰিলা প্ৰহাৰ।
অসুৰক ঢাকিলন্ত সূৰ্য্যৰ আকাৰ॥
ললাটত পৰি তালু পন্থে বাজ ভৈল।
নিজ ৰূপ ধৰিয়া সূৰ্য্যৰ পন্থে গৈল॥ ২৮০

যেহি বেলা অসুৰৰ ললাট ভেদিলা।
পৰ্ব্বত আকাৰে যেন ঢলিয়া পৰিলা॥
হাত ভাৰি আছাৰিয়া উদ্ধমুখ কৰি।
নিমিষেকে প্ৰাণ গৈল পৃথিবীত পৰি॥ ২৮১

জঙ্ঘাসুৰ মহাবীৰ ৰণত পৰিল।
চৈধ্য হাত মান ভূমি তেখনে উঠিল॥
জয় জয় কৰে দেখি দেৱতা সকল।
ৰণত পৰিলা জঙ্ঘাসুৰ মহীপাল॥ ২৮২

ধন্য সহদেৱ বীৰ মাদ্ৰীৰ তনয়।
সবে দেৱগণে দুৰ্ব্বা পুষ্প বৰিষয়॥
জঙ্ঘাসুৰ মৰি যেবে গৈলা যমঘৰ।
দেখি ৰাক্ষসৰ সেনা কৰে হাহাকাৰ॥ ২৮৩

লোম নলৰিল যাৰ শিলাৰ সন্ধানে।
ৰৰ ছিদ্ৰে আঙ্গুষ্ঠি পড়িয়া গৈল প্ৰাণে॥
শঙ্কৰৰ বৰে অসুৰৰ গৈলা প্ৰাণ।
দেখি সাধু সমস্তৰ উল্লাসিলা মন॥ ২৮৪

## জঙ্ঘাসুৰৰ জন্ম বৃত্তান্ত

জন্মিজয় বোলে মোৰ সংশয় মিলিল।
সৰমাত কেনে জঙ্ঘাসুৰ উপজিল॥

Library books will give you joy for long

মুনিয়ে বোলন্ত ৰাজা শুনিয়ো প্ৰস্তুত।
জম্ভাসুৰ জন্ম কথা শুনিতে অদ্ভুত॥ ২৮৫
সৰমা ৰাক্ষসী তাই মায়াত পাৰ্গত।
গৰু মানুষক খায় ফুৰয় বনত॥
সেহি বনমধ্যে মধুঋষি মহাঋষি।
তপস্যা কৰিয়া তৈতে আছন্ত হৰিষি॥ ২৮৬
সেহি বনমধ্যে তাই ভৈল উপগত।
দুই ৰূপ ভৈল তৈতে আলোচি মনত॥
মদনে দগধ ভৈল তাইৰ শৰীৰ।
এক ৰূপে ভৈল তাই সৰ্প ভয়ঙ্কৰ॥ ২৮৭
আৰ এক ৰূপে ভৈল যুৱতী সুন্দৰী।
পৰম লাবণ্যা যেন ষোড়শ বছৰি॥
মদনে আকুল চিত্ত কৰে উতপাত।
আগবাঢ়ি ঋষিক তাই দিলেক মাত॥ ২৮৮
তথাপিতো যোগ নভাঙ্গয় ব্ৰাহ্মণৰ।
কনিষ্ঠ আঙ্গুষ্ঠি পাছে ছুলা কলেৱৰ॥
তেতিক্ষণে ব্ৰাহ্মণৰ ভাঙ্গিলা ধিয়ান।
দেখি সৰমাৰ কামানলে দহে প্ৰাণ॥ ২৮৯
হেথ মাথ কৰি তাই বোলয় বচন।
তুমি হেন মহাঋষি মৰা অকাৰণ॥
তোমাৰ দয়াত মই চাপিলো ওচৰ।
গিলিবাক লাগি আসে সৰ্প ভয়ঙ্কৰ॥ ২৯০

মাটিত পৰিয়া আছে মেলি তল ঠোট।
মেঘত লাগিল যাই উপৰৰ ঠোট॥
জিহ্বা খান প্ৰকাশয় যেন ৰাজ আলি।
গড় গড় কৰি মাতে পেট আছে খালী॥ ২৯১
ৰক্তবৰ্ণ চক্ষু দুই অগনি পৰায়।
ফেট জুৰি তোমাসাক ক্ৰোধে আসে ধায়॥
সৰমা বদতি দ্বিজ শুনিয়ো বচন।
তোমাৰ তপৰ দিন নতু এতিক্ষণ॥ ২৯২
সাধু সমস্তৰ যেন শাস্ত্ৰ ব্যৱহাৰ।
তোমাৰ আগত কহোঁ এহি তত্ত্ব সাৰ॥
শৰীৰেসে আদ্য বিদ্যা ধৰ্ম্ম সাধিবাক।
যদি বধ নযাইবা শুনা সত্য বাক॥ ২৯৩
মই বাধা কৰো সৰ্প হৌক নিবাৰণ।
সত্বৰে মোহোক তুমি কৰা আলিঙ্গন॥
সৰ্প-ভয় বিনাশ অৱশ্যে হুইবেক।
তোমাৰ ঔৰষে মোৰ পুত্ৰ উপজোক॥ ২৯৪
এহি বুলি স্বামী ভাৱে বচন বোলয়।
গোবিন্দৰ লক্ষ্মী যেন শৰীৰ জ্বলয়॥
কতো মিচিকিয়া হাসি ব্যক্ত কৰে স্তন।
মদনে উৎপাত ভৈল তপস্বীৰ মন॥ ২৯৫
ওচৰ চাপিয়া হাঁসি হাঁসি দেয় মাত।
দেখি মধুঋষি ভৈলা কামে উনমত্ত॥

তোমাৰ সাম্ফল হৌক নবীন যৌৱন ।
আসিয়ো সুন্দৰী হেৰা কৰোঁ আলিঙ্গন ॥ ২৯৬
কতো বেলি লভি তুই চেতন শৰীৰে ।
বাহু চান্দে কৰিলন্ত ষোড়শ শৃঙ্গাৰে ॥
দাৰুণ মদনে পাছে এৰায় ৰাক্ষসী ।
আনো নানা বনে ফুৰে পৰম হৰিষি ॥ ২৯৭
ভৈল গৰ্ভৱতী তাই ঋষি বীৰ্য্য ধৰি ।
গৰু মানুষক তাই ফুৰে ভক্ষ কৰি ॥
হাজাৰ বৎসৰ মান গৰ্ভত আছিল ।
ভ্ৰমিয়া কুৰন্তে জজ্ঘাসুৰ উপজিল ॥ ২৯৮
হাজেৰেক শিৰ তাৰ দেখি লাগে ভয় ।
স্তনক পিয়ন্তে জানো মোহক গিলয় ॥
মহা ভয় হুই তাই লৱৰি পলায় ।
ফল মূল ভুঞ্জি শিশু শৰীৰ বঢ়ায় ॥ ২৯৯
পাছে জজ্ঘাসুৰে শঙ্কৰক আৰাধিলা ।
তুষ্ট হুয়া মহাদেৱে ইষ্ট বৰ দিলা ॥
দেৱাসুৰ যক্ষ ৰক্ষে নপাৰোক বলে ।
অসংখ্যাত ৰাজা তই জিনিবি অকলে ॥ ৩০০
কিন্তু ললাটত অল্প মনুষ্যক ভয় ।
বৰ পাই জজ্ঘাসুৰে কাকো নুগুণয় ॥

সামৰণি

বৈশম্পায়ন বদতি শুনা জন্মিজয় ।
জজ্ঘাসুৰ বধ কথা কহিলো নিৰ্ণয় ॥ ৩০১

বীৰৰ উপৰি বীৰ কালৰ যে কাল ।
সত্বৰে হৰিক ভজা এৰি আল জাল ॥
যিটো জঙ্ঘাসুৰ বীৰ ত্ৰৈলোক্য বিজয় ।
তাহাকে পাণ্ডৱে কিনো বধিতে পাৰয় ॥ ৩০২
পৰম ভকত তাৰা পঞ্চ যে পাণ্ডৱ ।
ভকতৰ মহিমাক বঢ়ান্ত মাধৱ ॥
ভাৰ সংহাৰিলা আসি হৈয়া অৱতাৰ ।
এতেকে ভক্তৰ যশ কৰিলা প্ৰচাৰ ॥ ৩০৩
নজানোহো সেৱা নজানোহো স্তুতি নতি ।
আপোনাৰ গুণে তুষ্ট হৈবা লক্ষ্মীপতি ॥
ইবেলি আমাৰ দোষ ক্ষমা কৰিয়োক ।
তোমাৰ চৰণে মোৰ সদা ৰতি হৌক ॥ ৩০৪
সন্তৰ সঙ্গতে থাকি মুখে বোলা ৰাম ।
হৰি হৰি বুলি সবে স্মৰা ৰাম ৰাম ॥ ৩০৫

—অন্ত—

Library books will give you joy for long
if handled carefully with clean hands